Azan Atatayee—An Asamese Novel by Premnarayan Published by Shri M. K. Dutta, M. A.; Mani Manik Prakash, Gauhati. 1st Published July 1959. Two thousand copies. Price Rs. 2·00 No.

Cover composition and drawing by Shri Karuna Kumar Medhi, B. A.

Printed by Sri R. G. Basak, Sreekanta Press 75, Baithakkhana Road, Calcutta-9.

প্ৰকাশ কৰিছে
শ্ৰীএম, কে, দত্ত, এম. এ.
মণি-মাণিক প্ৰকাশ
গুৱাহাটী

প্ৰথম প্ৰকাশ
জুলাই ১৯৫৯

বেটুপাত ৰচনাত
শ্ৰীকৰুণাকুমাৰ, মেধি ; বি. এ.
গুৱাহাটী

ছপা কৰিছে
শ্ৰীআৰ, জি, বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫ বৈঠকখানা ৰোড
কলিকাতা—৯

মূল্য—দুটকা

# অৰ্পণ



'পা-ফু' চিৰিজৰ আজিৰ উন্নত অৱস্থাৰ মূলত আছে কিছুমা সদাশয় আৰু অকৃত্রিম উপদেষ্টা, উৎসাহ-উদগণি দিওঁতা, সাহায্যকাৰী বন্ধু আৰু বিশেষ আগ্রহান্বিত পঢ়ুৱৈ সমাজ। তাৰে অন্যতম অসম অপ্টিকেল কোম্পানীৰ প্রোপ্রাইটৰ শ্রীমাণিকচন্দ্র দাস চিৰিজৰ প্রথম পুথি দিনডকাইতখন হাতত লৈয়ে বিনা বাক্যব্যয়ে টকা দুটা দি উৎসাহ দি কৈছিল "......আৰু লিখক। অন্তত দহখন সোনকালে উলিয়াওক, মানুহে পঢ়িবলৈ কিতাপ নাপায়...। কথাষাৰ কোৱাৰ বহু বছৰ হল যদিও আজিকোপতি মোৰ মনত নতুন হৈ আছে আৰু ভৱিষ্যতেও থাকিব।

নকলেও হব যে মোৰ যেতিয়াই যি কিতাপ ওলাইছে তেতিয়াই তেখেতে নিজে অথবা তেখেতৰ অনুপস্থিতিত অন্তৰঙ্গ বন্ধু আৰু সহকৰ্ম্মী শ্রীউপেন্দ্র দত্ত ডাঙৰীয়াই আগ্রহেৰে কিনি ৰাখিছে দুয়োজন একনিষ্ঠ পাঠক আৰু সাহিত্য-প্রেমী। লাইব্রেৰীৰ কিতাপ একোখনকৈ উভয়ৰ হাতত প্রায়েই দেখো।

দেখা হলেই দাস ডাঙৰীয়াই কিতাপৰ খা-খবৰ লয় আৰু উৎসাহ দিয়ে। তেখেতৰ আন্তৰিকতাত মুগ্ধ হৈছো।

'অজান আততায়ী' তেখেতৰ কৰকমলত অৰ্পণ কৰি সামান্য ভাবে হলেও আন্তৰিক কৃতজ্ঞতা জনালো......

কলিকাতা

প্রেমনাৰায়ণ—

২০।৬।৫৯

# অজান আততায়ী

## —এক—

দিনৰ ডেৰ বজাত। কেৰ্-কেৰ্-কেৰাং...বিকট শব্দ কৰি মটৰ এখন মাজ বাটতে ৰ'ল। অন্যমনস্ক হৈ দুই এখোজ কৰি আগলৈ গৈ থকা পথিক এজনে শব্দটো শুনি চক্ খাই জাপমাৰি আলিৰ কাষলৈ গৈ মটৰৰ ফালে চাই অবাক হৈ ৰৈ থাকিল। মটৰৰ ভিতৰৰ পৰা মালতীয়ে কোমল মাতেৰে সুধিলে "কোনহে তুমি? মটৰৰ হৰ্ণ নুশুনা নেকি? আকৌ আলিৰ দাঁতিয়েদি নগৈ মাজ বাটেৰে পগলাৰ দৰে খোজ কাঢ়িছা কিয়? আৰু অকণমান হলেই মটৰৰ খুন্দাত নিজেও মৰিলাহেঁতেন আৰু মোকো সাংঘাতিক বিপদত পেলালাহেঁতেন। বোলো মোৰ কথা শুনিছানে নাই?"

পথিকজনে যেন তেতিয়াহে চেতনা পাই চুৰিয়াৰ খোৰেৰে কপালৰ ঘাম মচি উচ্চাৰণ কৰিলে "উস্ ৰাম, ভাল ৰক্ষা পৰিলো।" বুলি হাতযোৰ কৰি কলে "আপুনি নহৈ অইন ড্ৰাইভাৰে চলোৱা হলে আজি নিশ্চয় মৰিলোহেঁতেন। মোক ক্ষমা কৰিব। মোৰ মনটো কিবাবোলেনে মই যে দিন দুপৰত ৰাজ আলিয়েদি খোজ কাঢ়িছোঁ সেইকথা মই, মানে মোৰ মনত...কেনেকৈনো বুজাওঁ? আপোনাক কাকুতি কৰিছো আই গোসাঁনী মোক গালি শপনি নাপাৰি মোৰ কপালত লাথি এটা মাৰি যাওক..."

মালতীয়ে তেতিয়াহে পথিকৰ মুখলৈ ভালকৈ নিৰীক্ষণ কৰিলে। বয়স ত্ৰিশ বছৰো পূৰা হোৱা নাই যদিও কপালৰ ৰেখা তিনিডাল স্পষ্ট হৈ পৰিছে। গালৰ হনু দুডাল ৰেল-লাইনৰ দৰে। চকুৰ চাৰিওফালে ক'লা ৰং যেন চিয়াহীহে সানি লৈছে। বৰণ বগা যদিও মলিন—দৰিদ্ৰতাৰ চাপ বাককৈয়ে পৰিছে। দীণ হীন বেশ, আধা ফলা কামিজ-চুৰিয়া আৰু ভৰিত জোৰা-টাপলি মৰা চেণ্ডেল. এযোৰ। ডেকাৰ কথাই মালতীৰ কোমল অন্তৰ বিগলিত কৰিলে।

চেনেহৰ মাতেৰে মালতীয়ে কলে "ছিঃ তেনে কথা কব নাপায়, আৰু তুমি মোক আই গোসাঁনী নকৈ বাইদেও কবা ভাইটি। মই বুজিলো তুমি মনত কিবা ডাঙৰ আঘাত পাইছা, কিন্তু বিপদত ধৈৰ্য্য ধৰিব পৰাটোহে বীৰৰ লক্ষণ।"

কথাকেষাৰ শুনি ডেকাৰ মুখেৰে বিকৃত হাঁহি এটা ওলাল। তাৰ পিছত কলে "হুঃ, ধৈৰ্য্য-ধৈৰ্য্য, ধৈৰ্য্যৰ সীমা নাই জানো আই গোসাঁনী আৰু · "

"বাইদেউ কোৱা।"

"ভাল বাৰু, বাইদেউ বাইদেউ···আহ্ কি মিঠা কেনে সুৱলা! মোৰ বাইদেউ নাই অৰ্থাৎ নাছিল কিন্তু হঠাত আজি·· হে ভগৱান, বামন হৈ চন্দ্ৰলৈ হাত মেলিম নে? উপহাস হয় নে নহয় কেনেকৈ জানিম তথাপি দুবাৰ মান আওৰাই লওঁ—কিজানি অন্তৰখন জুৰ পৰেই। বাইদেউ-বাইদেউ। মোক বীৰ হবলৈ উপদেশ দিছে বাইদেউ? মই যদি বীৰ তেন্তে এই বিৰাট বিশ্বব্ৰহ্মাণ্ডত কাপুৰুষ কোন?"

মালতীয়ে গম্ভীৰ হৈ সুধিলে "কেলেই, তুমি ডেকা অসম নহয় জানো?"

"বয়সেৰে আপোনাৰ কথা অস্বীকাৰ কৰাৰ সমূলি উপায় নাই। তাৰ বাহিৰে অইন কিবা লক্ষণ লক্ষ্য কৰিছে জানো? চকু গহ্বৰলৈ

নামিছে, গালৰ হাড় ৰাজআলি, মেৰুদণ্ড অষ্ট-বক্র। তদুপৰি অৱস্থাই নিপীড়িত কৰা আঘাতৰ ওপৰত আঘাতে ভাঙি-ছিঙি জুকলা-জুপুৰা কৰা ক্লিষ্ট মন নিস্তেজ—তাপহীন পোৰা কয়লা।”

মালতীয়ে কলে “বুজিলো ভাইটি, তুমি শিক্ষিত আৰু তুমি এজন অভিনেতাও। তদুপৰি তোমাৰ অন্তৰত সাহিত্য ৰস আছে আৰু সি সদায় তগ্‌বগ্‌কৈ উতলি থাকে। পিছে তুমি অকল ধনবলেৰে দুখীয়া নোহোৱা মনোবলেৰে দীণ-দৰিদ্ৰ। যাৰ মনোবল নাই সেয়ে কাপুৰুষ —ঘৃণাৰ পাত্ৰ। এৰা, তুমি কাপুৰুষ। ধিক তোমাৰ শিক্ষা-দীক্ষা-মনুষ্যত্ব।”

পথিকে কলে “অকল ধিক নহয় তাতকৈ অধিক যদি কিবা আছে সেয়েহে মোৰ উপযুক্ত বিশেষণ, আই গোসাঁনী।”

মালতীয়ে ঘৃণাৰে মুখ ঘূৰাই মটৰত ষ্টাৰ্ট দি আকৌ কিবা ভাবি ইঞ্জিন বন্ধ কৰি মাতিলে “চাওঁ, ওচৰলৈ আহা, তুমি কি কাম কৰা ?”

ডেকাই উত্তৰ দিলে “কৰিছিলো বহুত। অৱশেষত আজি দুবছৰ কেৰাণী কাম অৰ্থাৎ কোম্পানীৰ ৰেকৰ্ড-কীপাৰ। পিছে আজি বিনা মেঘে বজ্রপাত। দুৰ্ভাগ্যৰ গুণত মালিকে কামৰ পৰা বৰ্খাস্ততো কৰিলেই, লগতে যোৱা মাহৰ দৰমহা জৰিমনা অৰ্থাৎ দৰমহাৰ পাই-পইচা এটাও নিদিলে। ভাবি চাওক, আই গোসাঁনী আজি মাহৰ পহিলা তাৰিখ…”

“ভাবি চাবলৈ একো নাই। বুজিলো তোমাৰ চাকৰি গৈছে কিন্তু তাকে লৈ অস্থিৰ হোৱাৰ আৱশ্যক নাই। তুমি অইন কাম কৰিবানে ? তুমি কি কি কাম কৰিব পাৰা ?”

“কাম অকাম যি কয় তাকেই কৰিব পৰিম। এনেকি শিল ভঙা, পাহাৰ বগোৱা, নৈ পাৰ হোৱা অথবা দৰ্কাৰ হলে জুইত জাপ দিবও পাৰিম।”

মালতীয়ে কলে "নৈ বা জুইত জাপ দি আত্মহত্যা কৰাৰ কথা মই সোধা নাই। অৱশ্যে দৰ্কাৰ হলে তেনেকুৱা উগ্ৰ সাহসৰ কাম কৰিব লাগিব পাৰে সঁচা।"

"আত্মহত্যা ময়ো কৰিব খোজা নাই, আই গোসাঁনী। মই মৰিলে অসহায় শিশু তিনিটা আৰু মাকৰ কি দশা হব? এই জাৰৰ দিনত সিহঁতৰ গাত দিবলৈ কাপোৰ এডোখৰো নাই। আজি চাউলৰ অভাৱত পেটত ভাতো পৰা নাই। সিহঁতক আলু-কচু সিজাই খুৱাইছে। ভাবিছিলো আজি দৰমহা পালে খাদ্য আৰু কাপোৰ কিনি লৈ যাম কিন্তু....."

মালতীয়ে কলে "অ' মই যি ভাবিছিলো সি নহব। তুমি বিবাহিত তাতে আকৌ তিনিটাৰ বাপেক। যি নহওক বাৰু, তোমাক অইন চাকৰি এটা দিব পাৰিম বুলি ভাবো কিন্তু ডিব্ৰুগড়ত নহয়। গুৱাহাটীলৈ যাবানে?"

"নিশ্চয়, অতি আনন্দেৰে যাম। অৱশ্যে ইহঁতক ভাত কাপোৰ দিব পৰা জোখাৰে ধন পাব লাগিব। লাগিলে নিজে এসাজকৈ খাই কটাব পাৰিম।"

"এসাজ খাই থাকিব নালাগে, তোমাৰ লৰা-তিৰোতাৰ সৈতে তাত থাকি ভালকৈ খাই লৈ মানুহৰ দৰে যাতে থাকিব পাৰা সেই বন্দবস্ত কৰা যাব। থাকিবলৈ কোম্পানীৰ ঘৰ এটাও দিয়া হব।"

হঠাতে ডেকাই মটৰৰ দুৱাৰ মেলি মালতীৰ ভৰিত ধৰি কলে "আই মাতৃ মোক ৰক্ষা কৰক। মটৰেৰে খুন্দিয়াই নামাৰি এবাৰ ৰক্ষা কৰিলে এতিয়া পাচটা প্ৰাণীৰ জীৱনৰ ভাৰ আপোনাৰ হাতত দিলো।"

মালতীয়ে ডেকাৰ হাতত ধৰি মটৰত তুলি লৈ কলে "ইয়াতে বহি তোমাৰ কাহিনী মোৰ আগত বৰ্ণোৱা। প্ৰত্যেক কথা সঁচা কৰা।

যদিহে মিছা কোৱা বুলি মই বুজিব পাৰো তেনেহলে মোৰ পৰা কোনো সহানুভূতি নাপাবা।"

ডেকাই আৰম্ভ কৰিলে "ঈশ্বৰ সাক্ষী, মই কেতিয়াও মিছা নকওঁ। বিশ্বাস কৰক আই গোসাঁনী."

"বাইদেউ কোৱা।"

"সাহস নহয়, তথাপি কলো, বাইদেও" বুলি ডেকাই কবলৈ ধৰিলে "কলেজত পঢ়া সময়তে নীৰলাৰ লগত মোৰ ভাল ভাব হৈছিল অৰ্থাৎ যাক বোলে প্ৰেম। পৰামৰ্শৰ অন্তত এদিন বিয়া কৰালো। আমাৰ গৃহস্থই হলে এই বিয়া সমূলি সমৰ্থন নকৰিলে। তেওঁলোকৰ অমতত বিয়া অৱশ্যে নীৰলাৰ দেউতাকৰ ঘৰতে হৈছিল। আমাৰ দেউতা ডাঙৰ মানুহ বুলি সমাজত জনাজাত। ধন-সম্পত্তি বহুত কিন্তু মনটো ক্ষুদ্ৰ অৰ্থাৎ যাক বোলে পুঠীমাছৰ দিল্। মোৰ মুখ নাচায় বুলি তেওঁ স্পষ্টকৈ জনাই দিলে আৰু সকলো ধন-সম্পত্তি মোৰ ভাইৰ নামত উইল কৰি দিলে। তেতিয়াৰ পৰা দেউতাৰ ঘৰৰ চাউল উঠিল। আৰু পঢ়াৰো অন্ত পৰিল। শহুৰ অফিচত চাকৰি কৰা মানুহ। ল'ৰা নাই, ছোৱালী চাৰিজনীক ইতিপূৰ্ব্বে বিয়া দিওতে ধাৰ লাগিছিল। তথাপি পঞ্চম অৰ্থাৎ শেষ ছোৱালী নীৰলাক বিয়া দি বেছ ভাল ভাবেই চলি আছিল আৰু অৱস্থাই মোকো তাতে থাকিবলৈ বাধ্য কৰাত ভালেই পাইছিল। কিন্তু বিয়াৰ ছমাহ পিছতে তেৰেঁা ঢুকাল। শাহুআই আগেয়ে ঢুকাইছিল। শহুৰৰ যি অলপ অচৰপ ধন জমা আছিল তাৰে আমি দুটা প্ৰাণীয়ে কোনোমতে এবছৰলৈ বৰ কষ্টেৰে চলিলো। তাৰ পিছত আন্ধাৰ—কোনো ফালে পথ বিচাৰি নাপাওঁ। কৰবাত কেতিয়াবা এমাহ দুমাহৰ বাবে চাকৰি পালেও আকৌ হয়তো চাৰিমাহ মান বহিব লাগে। এইদৰে

অৰ্দ্ধাহাৰে অনাহাৰে পাছ বছৰ অতিবাহিত কৰাৰ পিছত ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ বৰ্ত্তমান চাকৰিটো পাইছিলো। দৰমহা আশী টকাৰে পাচটা প্ৰাণী জীয়াই থাকিবলগীয়া হৈছিল। অৱশ্যে ইয়াক জীয়াই থকা বুলি জীৱন্মৃত হৈ থকা বোলাহে উচিত। মনুষ্যত্বৰ কথাকে নকওঁ মানুহৰ দৰে থকা বুলি জীৱ-জন্তুৰ দৰে থকা বুলিহে কব লাগে। বৰং জীৱ-জন্তুয়ো আমাতকৈ পেট ভৰাই খাবলৈ পায়।"

মালতীয়ে মাত লগালে "অভিনয় নকৰি সৰল ভাষাৰে বৰ্ণাই যোৱা, মোৰ সময় তাকৰ ভাইটি।"

"কওঁ শুনক বাইদেও, কোম্পানীৰ কৰ্ত্তৃপক্ষই, কৰ্মচাৰী সংঘই দাবি কৰা মতে দৰমহা নবঢ়ালেও মুখিয়াল দুজনমানৰ দৰমহা বেছিকৈ বঢ়াই দি মুখবন্ধ কৰি বাকী বিলাকক নামমাত্ৰ বঢ়াই দিছিল। মোৰ ভাগতো আজি দুবছৰত দহটকা হিচাবে কুৰি টকা বাঢ়ি এশ টকা হৈছিল। যি নহওক দৰমহাৰ প্ৰতি লক্ষ্য নকৰি মৰ্য়ো অক্লান্ত আৰু অকপট ভাবে নিজৰ কৰ্ত্তব্য সমাধা কৰি গৈছিলো।"

"পিছে, চাকৰি কিয় গল তাকে কোৱা?"

ডেকাই উত্তৰ দিলে "মোৰ কপালৰ দোষ, তাৰ বেছি কি কম আই···বাইদেও। কালি পাচ বজাত মই যেতিয়া ৰেকৰ্ডৰুম বন্ধ কৰিছিলো তেতিয়া অইন দিনাখনৰ দৰে তলাটো তিনিবাৰ টানি চাইছিলো। তলা যে বন্ধ হৈছিল এই কথা মই শপত খাই কব পাৰো। পিছে আজি পুৱা মই অফিচ পোৱাৰ পূৰ্ব্বে মেনেজিং ডিৰেক্টৰে মেনেজাৰৰ সৈতে অফিচলৈ গৈ হেনো দেখে যে ৰেকৰ্ডৰুমৰ তলাটো খোলা অৱস্থাত দুৱাৰত ওলমি আছে। তাকে দেখি দুয়োজনে ভিতৰ সোমাই চাই হেনো দেখে যে

কিছুমান কাকত-পত্ৰ ওলট পালট ভাবে মজিয়াত পৰি আছে। তেতিয়া দুয়োজনে স্থিৰ কৰে যে এইটো মোৰ অসাৱধানতা নাইবা ইচ্ছাকৃত দোষ। তাৰপৰা ওলাই আহি দুয়োজনে মেনেজাৰৰ ৰুমত বহি কথা পাতি থাকে। ঠিক সময়ত অৰ্থাৎ চাৰে ন বজাৰ লগে লগে মই ‍‍ৈগ দেখিলো যে ৰুমৰ দুৱাৰ মুখত এজন চকীদাৰ বহি আছে। সি মোক ৰুমলৈ যাব নিদি মেনেজাৰৰ ওচৰলৈ মতা বুলি কোৱাত মই পোনেই তালৈ গলো। তেতিয়া দুয়োজনে মোক তলা খুলি থৈ যোৱা বাবে দোষ দি তিৰস্কাৰ কৰি নানান প্ৰশ্ন সুধিলে। অৱশেষত কি কি বস্তু হেৰাইছে তাৰে তালিকা এখন কৰিবলৈ দিলে।”

“কি কি হেৰাইছেনো ? তাত টকা পইচাও থাকে নেকি ?”

“টকা পইচা তাত নাথাকে, ষ্ট্ৰংৰুমত থাকে। তাত কেৱল ৰেকৰ্ড আৰু ৰেজিষ্টাৰ বহীকেখন মানহে থাকে। হেৰোৱা বস্তুৰ ভিতৰত যোৱা বছৰৰ অডিট ৰিপোৰ্ট, বস্তু কিনা ভাউচাৰ অৰ্থাৎ কেছমেমো বা ৰচিদ আৰু তাৰ ৰেকৰ্ড-বহী, ডিৰেক্টৰ মিটিঙৰ বহী, কিছুমান ডিভিডেণ্ড চাৰ্টিফিকেট আৰু তাৰ ৰেকৰ্ড বহী, শ্বেয়াৰ ৰেজিষ্টাৰ বহী আৰু শ্বেয়াৰ হোল্ডাৰে ভোট দি পঠোৱা কাকত, কিছুমান দৰকাৰী চিঠিপত্ৰ আৰু দলীলৰ ফাইল কেইটামান।”

মালতীয়ে কলে “কিন্তু এইবোৰ কাকতৰ পৰা দেখোন কোম্পানীৰ বিশেষ লোকচান নহয়, যেনেকৈ চলিছিল চলি থাকিব। অৱশ্যে কোনো কোনো বিষয়ত অলপ অসুবিধা হব পাৰে যদিও সেইবোৰ ঠিক কৰোতে বেছি পলম নালাগে বুলিয়েই মোৰ বিশ্বাস।”

“নহয় বাইদেও, আপুনি বুজা নাই। এই ধৰক পৰহি সোমবাৰে ডিৰেক্টৰৰ মিটিং আছে। তাত অডিট ৰিপোৰ্টৰ আৰু টকা খটোৱা, নতুন বিভাগ খোলা আদি নানান বিষয়ৰ আলোচনা

হোৱাৰ কথা আছিল কিন্তু সেইবোৰ হোৱাৰ ভৱিষ্যতলৈও মৃদা মৰিল। তাৰ পিছত চাওক, ডিভিডেণ্ড চাৰ্টিফিকেট বা ৰচিদবোৰ নম্বৰ মতে ৰেকৰ্ড বহীত চাই নাম লিখি পোষ্ট কৰিবলৈহে বাকী আছিল। সেইবোৰ যদি নিজৰ নাম লিখি কোনোবাই কোম্পানীত দি টকা নিয়ে তাক বাধা দিবলৈ উপায় নাই। কিয়নো ৰেকৰ্ড চাবলৈ বহীখনেই নাই। সেইদৰে কিছুমান কিনা-বেচা আৰু বন্ধকী দলীল আদি......”

মালতীয়ে মাত লগালে “সেইবোৰৰ হিচাব তো কেছ বুকতে আছে।”

“তাত কেৱল দিয়া আৰু পোৱা টকাৰ সংখ্যা আৰু বস্তু বা মানুহৰ নামটোহে পাব। তাৰ পৰা এইবোৰৰ কোনো সুবিধা নহয়।”

“এৰা বুজিছো, তাৰ পিছত কি হল কোৱা?”

ডেকাই উত্তৰ দিলে “মই তালিকা কৰি থাকোতেই তেওঁলোকে টেলিফোন কৰি পুলিচ মাতি আনি পুলিচে সৈতে ৰেকৰ্ডৰুমলৈ যায়। দাৰোগাই অফিচৰ ৰুমবোৰ আৰু ৰেকৰ্ড ৰুমৰ এখন ছবি তেওঁৰ নোট বহীত আঁকি লয়। মই লিখা তালিকাখন চায় আৰু তাতে মোক চহী কৰিবলৈ দিয়াত চহী কৰো। শেষত নানা অবান্তৰ প্ৰশ্নেৰে মোক থকাসৰকা কৰে। মই তাতে থাকোতেই মোৰ ঘৰো হেনো খানাতালাচ কৰি আহে। শেষত মোক গ্ৰেপ্তাৰ কৰে। আজিৰ পৰাই মোৰ চাকৰি অন্ত আৰু মোৰা মাহৰ দৰমহা জৰিমনা কৰা বুলি মেনেজাৰে মোক জনাই দিয়ে। মোৰ মামা শহৰ এজনে সেই কোম্পানীতে কাম কৰে। তেওঁ বৰ পুৰুষাৰ্থ কৰি মোক কোনোমতে জামিনত খালাচ কৰি পঠাই দিছে। এই অপ্ৰত্যাশিত দুৰ্ভাগ্য, দুৰ্ণাম আৰু দুৰ্গতিৰ কথাকে ভাবি লুপ্ত

চেতনা হৈ কেনি আহিছো গম নাপাওঁ। সিপুৰীলৈ যাব খুজিও আপোনাৰ দয়াত পুনৰ্জন্ম পালো বুলি ভাবিছো বাইদেও।"

"আকৌ অভিনয় আৰম্ভ কৰিলা?" বুলি মালতীয়ে সুধিলে "কোম্পানীৰ মেনেজিং ডিৰেক্টৰ কোন?"

"তেওঁৰ নাম আশমান সিং। গন্য-মান্য আৰু ধনাঢ্য নাগৰিক।"

মালতীয়ে অলপ আচৰিত হৈ কলে "হয় নেকি? মই দেখোন তেওঁৰ চিঠি পাইয়ে ডিব্ৰুগড়লৈ আহিলো আৰু কালিলৈ পুৱা আঠ বজাত তেওঁক দেখা কৰাৰ কথা। আমাৰ যান-বাহন-যোগনীয়াৰৰ লগত তেওঁৰ কোম্পানীৰ কিবা এটা চুক্তি কৰিবৰ কথা আছে সেইদেখি তেওঁৰ সৈতে এদিন আগেয়ে দেখা কৰিবলৈ লিখিছে।"

ডেকাই বহা ঠাইৰ পৰা এবেগেত মান আঁতৰি কোঁচ-মোচ খাই বহি হাতযোৰ কৰি সম্ভ্ৰমেৰে সুধিলে "আপুনি যান-বাহন-যোগনীয়াৰৰ মালিক?"

"মালিক নহয়, মই চেক্ৰেটৰীহে। কিন্তু এক হিচাবে মালিক বুলিও ধৰিব পাৰা কিয়নো তাত সৰু ডাঙৰ যিমানবোৰ কৰ্ম্মচাৰীয়ে কাম কৰে সেই সকলো বিলাকে লাভৰ অংশ পায়। এতেকে সকলোৱে অংশীদাৰ। অৱশ্যে কোম্পানীৰ প্ৰকৃত গৰাকী দুজন কিন্তু তেখেত সকলেও নিজৰ যাবতীয় খা-খৰচৰ বাবে যিমান দৰকাৰ ঠিক সিমান ধনহে নিয়ে। বাদবাকী সমূদায় লাভৰ আধা কোম্পানীৰ উন্নতি কল্পে ব্যৱসায়ত খটুৱায় আৰু বাকী আধা কৰ্ম্মচাৰী সকলৰ মাজত বিতৰণ কৰি দিয়ে। এয়ে নিয়ম।"

ডেকাই আচৰিত হৈ কলে "এনে কথা সম্ভৱ বুলি বিশ্বাস কৰা টান, আপুনি কৈছে দেখিহে অবিশ্বাস কৰাৰ উপায় নাই। আমাৰ কোম্পানী মানে ইণ্ডাষ্ট্ৰীয়েল ডেভেলাপমেণ্ট কোংৰ ডিৰেক্টৰ বিলাকেও ফীজ লয়। মেনেজিং ডিৰেক্টৰেতো মাহে এহেজাৰকৈ দৰমহা আৰু চলোৱাৰ

বাবে পাচ শ এলাৱেঞ্চ লয়েই তদুপৰি এখন মটৰগাড়ী আৰু তাৰ ড্ৰাইভাৰৰ দৰমহা, পেট্ৰলৰ খৰচ আদি ফ্ৰি।"

মালতীয়ে কলে "অথচ দুখীয়া কৰ্ম্মচাৰীবোৰে দুবেলা দুসাজ খাবলৈ নাপায়, লৰা-ছোৱালীক আলু-কচু সিজাই খুৱাব লাগে। গাত দিবলৈ কাপোৰ এখন কিনি দিব নোৱাৰে। পেটত গাঁঠি দি কোম্পানীৰ কাম কৰি দিব লাগে।" তাৰ পিছত হাতৰ ঘড়ীলৈ চাই কলে "কিন্তু মই আৰু পলম কৰিব নোৱাৰো। মোক দেখা কৰিবলৈ মানুহ এজন আহিব আৰু দুমিনিট সময়হে আছে। তোমাক মটৰেৰে ঘৰত থৈ যোৱাৰ সময় নহব। কাজেই তুমি খোজ কাঢ়িয়ে যোৱাগৈ। চাবা যাতে আকৌ মটৰৰ তলত পৰি নমৰা তাৰ বাবে সাৱধান।" বুলি ভেনিটীবেগ খুলি এশ টকাৰ নোট উলিয়াই ডেকাৰ হাতত দিবলৈ আগবঢ়ালে।

ডেকাই হাত নাপাতি ফেল্ ফেল্ কৰে মালতীৰ মুখলৈ চাইহে থাকিল। বৰ পুৰুষাৰ্থ কৰি মাত এষাৰ উলিয়ালে "সেয়া কি আই গোসাঁনী?"

ধমকৰ সুৰত মালতীয়ে কলে "আকৌ? বাইদেও কোৱা।"

"বাইদেও, বাইদেও..."

"এইবোৰ দহটকীয়া নোট, নিচিনা নেকি? তোমাৰ যোৱা মাহৰ দৰমহা মই দিলো। ইয়াৰে সম্প্ৰতি খাদ্য আৰু কাপোৰ-কানি আটাইবোৰ দৰকাৰী বস্তু কিনি লৈ যোৱা। ভালকৈ খাই-বৈ উঠি আবেলি পাচ বজাত ডাক-বঙলাত মোক লগ ধৰিবা। তাতে বহি সুস্থিৰ মতে কথা পাতিম। আৰু তোমাৰ লগত বহি চাহ খাম। বুজিছা?" বুলি নিজৰ নামৰ কাৰ্ড এখনো টকাৰ লগত ডেকাৰ হাতত দিলে।

ডেকাই দুয়োহাতেৰে মালতীৰ ভৰিত ধৰিলে। মুখেৰে কথা

নোলাল। চকুৰে পানী ওলাবলৈ ধৰিলে। মটৰৰ দুৱাৰ মে মালতীয়ে কলে "নামা।" ডেকা নামিল কিন্তু থিতাতে থিয় হৈ থাকিল। মালতীয়ে মটৰত ষ্টাট দি সুধিলে 'অ', তোমাৰ নাম নকলা দেখোন ভাইটি ?" মটৰ লাহে লাহে অলপ অলপকৈ আগবা বলৈ ধৰিলে।

ডেকাই যেন ভিতৰৰ আটাইবোৰ শক্তি গোটাই জোৰ ক চিঞৰ মাৰিলে "বিলাস আই গোসাঁনী, বাইদেও, বিলাস—বি-লা-স·· বুলি কৈ অভিভূতৰ দৰে মটৰ যোৱাৰ পিনে চাই থাকিল।

---

## —দুই—

তাৰ পিছদিনা। পুৱা আঠবজাত আশ্‌মান সিঙৰ নঙলাত মট ৰাখি মালতীয়ে মটৰৰ পৰা নামি দুৱাৰ মেলি গেটৰ ভিতৰ সোমা দেখিলে যে আশ্‌মান সিঙে এজন ডেকাৰ সৈতে বৈঠকখানাৰ সমুখত কথা পাতি আছে। উভয়ৰে চাহাবী পোছাক। ডেকাৰ মুখত চিগাৰেট আৰু হাতত চিগাৰেটৰ টিনটো। আকৃতিটো গাহৰী সদৃশ চেহেৰাখন লোদোৰ-পোদৰ, গাৰ মঙ্গহবোৰ সোলোক-ঢোলোক— এতিয়াই যেন খহি পৰিব। হাৱাইন শ্বাৰ্টটো জোখতকৈ বহুত বেচি ডাঙৰ হোৱা বাবে গাটো আৰু শকত দেখা হৈছে। সৰু সৰু চকুদুট পিতল চকুৱা। তেৱেঁই মালতীক প্ৰথমে দেখা পাই আশ্‌মানক ইঙ্গিত দিলত সিঙে ঘূৰি চাই মুখৰ কথা বন্ধ কৰি মালতী অহাৰ ফাললৈ চাই ৰৈ থাকিল। মালতীয়ে ওচৰ পাই কলে "গুড্‌মৰ্ণিং..."

দুজনৰ এজনেও তাৰ উত্তৰ নিদিলে। আশ্‌মানৰ মূৰটো মাথো ওঁপিনে ইষৎ বেকা হল। তেওঁ সুধিলে “কি লাগে?”

মালতীয়ে উত্তৰ দিলে “মই মিঃ আশ্‌মান সিঙক দেখা কৰিব াহিছো।”

“ময়েই আশ্‌মান সিং। দেখা পালাই নহয়, এতিয়া যাব াৰা।”

মালতীৰ মুখখনে কঠিনাকৃতি ধৰিলে যদিও নৰম সুৰত কলে বিগ্ৰহ দৰ্শন কৰি পুন্য আৰ্জিব অহা নাই। আপোনাৰ লগত কথা াতিবলগীয়া আছে।”

“সুবিধা নহব। মোৰ সময় তাকৰ, কাম বহুত। কিহৰ বৰঙনী াগে থিয়ই থিয়ই কোৱা?”

মালতীয়ে কলে “বৰঙনী? বৰঙনী বিচাৰি কিয় আহিম?”

আশ্‌মানে কলে “নহলে কিয় আহিছা? তোমালোক প্ৰগতিশীলা ানে আপ্-টু-ডেট বোৰক মই সমূলি দেখিব নোৱাৰো…”

“তাব পৰা প্ৰগতিশীলা সকলৰ আভোক নহয়। ময়ো আপোনাৰ বে আউট-অৱ-ডেট জন্তুবানবোৰক সমূলি দেখিব নোৱাৰো।”

“তেনেহলে নাহিলেই ভাল আছিল। যি নহওক, এতিয়া ওলাই যোৱা।”

মালতীয়ে কলে “ওলাই যাব নকলেও যাম। যিবোৰে ধনৰ বলত ভুচুংপহু সাজি ভদ্ৰতাৰ লেশ মাত্ৰও শিকা নাই সেই কলিৰ জন্তুবান বোৰৰ ওচৰলৈ কোনো ভদ্ৰলোক বা ভদ্ৰমহিলা অহা উচিত নহয়। যোৱাৰ আগতে এষাৰ কথা কৈ যাওঁ—নামটো আশ্‌মান সিং হব পাৰে কিন্তু জমিনত থাকি আশ্‌মানলৈ দৃষ্টি ৰাখিলে মুখ থেকেচা খোৱাৰ ভয় পদে পদে। গতিশীল পৃথিবীখন আগৰ ঠাইত নাই বুলি যিবোৰে বুজে সেইবোৰকে ওল্ডফুল কয়।” বুলি কৈ উভতি বেগাই

খোজ ললে। মটৰত উঠি বহি মটৰখন ঘূৰাই বিপৰীত মুৱা কৰি ধৰিলে।

আশ্‌মান সিঙে নিজৰ জীৱনত এনেকুৱা তেজ দেখা নাছিল। সাধাৰণতে চাকৰি আৰু বৰঙনী বিচৰা, ধাৰ বা সহায় খোজা অথবা ব্যৱসায়ৰ সংশ্ৰৱত অহা মানুহৰ বাহিৰে অইন মানুহ কদাপি তেওঁ ওচৰলৈ নাহে। বিশেষকৈ গাভৰু বা ভদ্ৰমহিলা। তেওঁ বা আচৰিত হল। মালতী গৈ মটৰত উঠাৰ লগে লগে কিবা ভাবি হঠাতে নঙলালৈ বেগ দিলে। মালতীয়ে মটৰ ঘূৰোৱাৰ লগে লগে ওচৰ চাপি কলে "আপুনি কেলেই আহিছিল অনুগ্ৰহ কৰি কৈ যাওক।"

মালতীয়ে কলে "ভদ্ৰ ভাষাও জানে দেখিছো।" বুলি আশ্‌মানে যান-বাহন-যোগনীয়াৰলৈ লিখা চিঠি এখন ভেনিটি বেগৰ পৰা উলিয়াই দেখুৱাই সুধিলে "এইখন আপুনি লিখা চিঠি হয় নে?"

আশ্‌মান সিং যেন আশ্‌মানৰ পৰাহে পৰিল। অলপ পৰলৈ অবাক হৈ থাকি কলে—"এৰা, নিশ্চয়। কিন্তু যান-বাহন-যোগনীয়াৰে তেওঁলোকৰ চেক্ৰেটৰী এম, বৰা আহিব বুলিহে লিখিছিল।"

"মোৰ নাম যদি এম, বৰা বুলি কওঁ কিবা দোষৰ কথা হব নেকি? মই মালতী বৰা।"

সিঙে কলে "মই আকৌ···মই অৰ্থাৎ কিবাবোলেনে মই ভাবিছিলো যে···থাওক বাৰু। আহক, আহক মোৰ ঘৰৰ ভিতৰলৈ গৈ কথা পাতো।"

মালতীয়ে মূৰ জোকাৰি দৃঢ় ভাবেৰে কলে "মই নাযাওঁ। যদি আপুনি ইচ্ছাকৰে কি কবলগীয়া আছে ইয়াতে কব পাৰে নাইবা ডাক-বঙলালৈ গৈ মোক লগ ধৰি কৈ আহিব পাৰে।"

আশ্‌মান সিঙে হাতযোৰ কৰি ক্ষমা খুজি পুনৰায় অনুৰোধ

ৰাতো মালতী তেওঁৰ ঘৰলৈ যাবলৈ সন্মত নহ'ল। অগত্যা ডাক-ঙলালৈ গৈ কথা পাতিব বুলি কৈ ইয়াতেই বক্তব্যৰ আভাস দিলে ইণ্ডাষ্ট্ৰীয়েল ডেভেলাপমেণ্ট কোম্পানীয়ে যান-বাহন-যোগনীয়াৰৰ ৰা তেওঁলোকে আমদানী কৰা সকলো ৰকমৰ যন্ত্ৰ-যান খৰিদ ৰিব কিন্তু সেইবোৰৰ মূল্যৰ ওপৰত আশ্‌মানলৈ শতকৰা পাঁচ কাকৈ কমিশ্যন আচুতীয়াকৈ ৰাখি বাকী কমিশ্যন খিনিহে কাম্পানীক দিব লাগে। এই ওপৰুৱা কমিশ্যনৰ টকাটো কতো লখা থাকিব নালাগে। তেওঁৰ অন্যায় প্ৰস্তাৱ শুনি মালতীয়ে উত্তৰ লে যে যান-বাহন-যোগনীয়াৰে এনে অন্যায় প্ৰস্তাৱত সন্মত নহয়। চ্ছা কৰিলে আশ্‌মান সিঙে তাত নগদ টকাৰে বস্তু কিনি নিজৰ কাম্পানীৰ ওপৰত চোৰাং ব্যৱসায় চলাব পাৰে, তাত যান-বাহন-যাগনীয়াৰৰ মাতিবলৈ একো নাই। কিন্তু কেতিয়াবা কোনোবাই দি এইবোৰ বিক্ৰীৰ মূল্য জানিবলৈ বিচাৰে তেতিয়া কোনো কথা গাপন নকৰে।

আশ্‌মান সিঙে মালতীৰ কথা শুনি আটাইবোৰ দাঁত উলিয়াই কৃত্ৰিম হাঁহি এটা মাৰি সৰুকৈ কলে "ধৰক আমি কিনা আটাইবোৰ বস্তুৰ মূল্যৰ যি কমিশ্যন হয় তাৰে শতকৰা পাচ টকাকৈ ৰাখিলেও মাহিলী অন্ততঃ পাচ শ টকাৰ কম নহব। আপোনাক তাৰে এক চতুৰ্থাংশ অৰ্থাৎ এশ পচিশকৈ যদি দিওঁ ..."

মালতীৰ মটৰ ষ্টাৰ্ট দিয়াই আছিল। লাহেকৈ চলাই দি কলে "আপোনাৰ প্ৰস্তাৱ মই ঘৃণাৰে সৈতে প্ৰত্যাখ্যান কৰো।"

সিঙে মটৰৰ লগে লগে চাৰিখোজমান আগুৱাই কলে "ধৰক যদি আধাআধি..."

মটৰ স্পীদ লাহে লাহে বঢ়াই মালতীয়ে উত্তৰ দিলে "আপুনি যদি মগনীয়া বেশেৰে ভিক্ষা কৰিবলৈ যায় তেন্তে মোৰ দৰমহাৰ পৰা

আঢৈ শ টকা দান কৰিব পাৰো কিন্তু কোনো অৱস্থাতে ব্যৱসায়ৰ ভিতৰত চোৰক প্ৰশ্ৰয় দিব নোৱাৰো।" বুলি বেগেৰে মটৰ চলাই নেদেখা হৈ গল।

সেই ফাললৈ চাই সিঙে থিতাতে থিয় হৈ থাকিল। মুখখনত যেন মালতীৰ কথাই ক'লা ৰংহে সানি থৈ গল। চিন্তাত বাহ্যজ্ঞান বিলুপ্তৰ দৰে থকাত সঙ্গীজনে ওচৰলৈ আহি কিবা সোধাতো কাণত নোসোমাল। তাৰ পাছত তেওঁৰ হাতত ধৰি কি ভাবিছে বুলি সোধাতহে প্ৰকৃত অৱস্থাটো উপলব্ধি কৰি বৰ চেষ্টাৰে মুখৰ ভাব সলনি কৰি কলে "এই প্ৰগতিশীলা বোৰৰ তেজ দেখিলে…"বুলি কথা শেষ নকৰি দাত কামুৰিলে।

গাহৰী মাৰ্কা ডেকা সঙ্গীয়ে কলে "বয়সৰ ধৰ্ম্ম মিঃ সিং। তাতে আকৌ প্ৰথম সাক্ষাততে আপুনি খং তুলি দিলে। নহলে নিশ্চয় দেখিলোহেঁতেন সে উপয়াচি মোৰ লগত কথা…"

"মনে মনে থাকা। তোমাক মই উপদেশ সোধা নাই। কাক কেনে ব্যৱহাৰ কৰিব লাগে মই জানো।"

"জানিলে ক'তা? নহলে আপোনাৰ মুখত থুই পেলাই যাব পাৰে জানো? কালি মই নিজে দেখিছো—বাটত ডেকা এজনক মটৰত বহুৱাই লৈ প্ৰেম কৰিছিল। শেষত নিজৰ পৰা কিছুমান নোট ডেকাৰ হাতত দি আবেলি পাচ বজাত টি-পাৰ্টিলৈ নিমন্ত্ৰণ কৰি নি বৰ সাদৰেৰে…"

কথা শেষ কৰিবলৈ নিদি আশমান সিঙে সুধিলে "হয় নেকি? কোন, কোন সেই ডেকা? তুমি চিনি পাইছিলা নেকি?"

"এৰা পাইছিলো, আপুনিও চিনে। ইণ্ডাষ্ট্ৰীয়েল ডেভেলাপমেণ্ট কোম্পানীৰ চাকৰিৰ পৰা খেদা খোৱা চোৰ—বিলাস বৰা।"

"অ'…এৰেঁা দেখোন মালতী বৰা। হয়তো কিবা সম্পৰ্কীয় হব

পাৰে। বাৰু, আহাঁচোন ভিত্তিটো তিয়াই লোৱাৰ বৰ দৰ্কাৰ হৈছে। তাতে বহি কথাও পাতিম ব'লা।" দুয়োজনে ঘৰৰ ভিতৰলৈ গৈ বহিল।

মালতীয়ে বিলাসৰ পদূলিত মটৰ ৰাখি পোনেই ভিতৰলৈ সোমাই গৈ দেখিলে যে বিলাস আৰু ঘৈণীয়েকো ল'ৰা-ছোৱালী কেইটাৰে সৈতে হাঁহি মাতি আছে। উভয়ৰে মন প্ৰফুল্ল। কালি দেখাতকৈ বিলাসৰ চেহেৰা আজি বয়সত বহুত সৰু যেন দেখা হৈছে। লৰা-ছোৱালীৰ মুখত আৰু হাতত বিস্কুট, গাত নতুন কাপোৰ। ডাঙৰ দুটাই নাচিছেও। মালতীক দেখি বিলাসে "আই, বাইদেও আহক আহক" বুলি লৰি গৈ চকী এখন আনি বাৰাণ্ডাতে বহিবলৈ দিলে। ঘৈণীয়েকে মালতীৰ ভৰিত ধৰি সেৱা জনালে। মুখেৰে কথা নোলাল। মালতীয়ে নীৰলাক হাতত ধৰি তুলি লগত লৈ যোৱা খাদ্যৰ টোপোলাটোৰ পৰা লৰা-ছোৱালী তিনিটাক দি বাকী টোপোলাটো নীৰলাৰ হাতত দি কলে "যোৱা চাহ কৰাগৈ। মই ইয়াতে চাহ খাই যাম।"

মালতীৰ নিৰ্দ্দেশমতে নীৰলাই নীৰৱে ভিতৰ সোমাই গল। বিলাসে মালতীক নিজৰ ঘৰত দেখি কান্ধতে লব নে মূৰতে লব কি বুলি আদৰ সাদৰ কৰিব কি কথা পাতিব প্ৰথমে স্থিৰ কৰিবকে নোৱাৰিলে। অৱশেষত মাত ওলাল "দয়া কৰি বহক, বাইদেও। ইয়ালৈ আহিব বুলি কালি আপুনি মোক নকলে কেলেই?"

মালতীয়ে ইতিমধ্যে চাৰিওফালে চকুফুৰাই দেখিলে যে যদিও দৰিদ্ৰতাৰ ছাপ বাৰুকৈয়ে পৰিছে তথাপি ঘৰ দুৱাৰবোৰৰ জীৰ্ণ অৱস্থা হোৱা নাই। ঘৰ-চোতাল চাফ-চিকণ। অৱশ্যে কেওপিনৰ পুৰণি চকোৱা আদি জহি-খহি গৈছে। বিলাসলৈ চাই কলে "নকলেনো কি হল? ভায়েকৰ ঘৰলৈ কোনোবাই আগধৰি খবৰ দি আহে নেকি? তাৰ পিছত নানা খা-খবৰ সুধি বিলাসৰ লগত কথা পাতি থাকিল।

এঘণ্টা পিছত নীৰলাই সৰু টেবিল এখন বাবাওালে আনি তাতেই দুয়োজনকে চাহ আৰু জলপান পৰিবেশন কৰিলে। মালতীৰ অনুৰোধ মতে নিজৰ ভাগকণো তাতেই আনি লৈছে। সেই সময়তে 'বিলাস বৰা আছেনে' বুলি কৈ উত্তৰৰ অপেক্ষা নকৰি কালি কোম্পানীৰ অফিচলৈ যোৱা দাৰোগাজন আৰু তেওঁৰ পাছে পাছে কনিষ্টবল চাৰিজন ভিতৰ সোমাই আহি চোতালক থিয় দিলে। তাকে দেখি বিলাসৰ মূৰ ঘূৰিল। ফেল্‌ফেল্‌কৈ তেওঁলোকৰ ফালে চাই থাকিল। মালতীয়ে অলপ খঙেৰে সুধিলে "কি লাগে আপোনা-লোকক? ভদ্ৰলোকৰ অন্দৰ মহলত ল'ৰা তিৰোতা থাকে নাজানে নেকি? বাহিৰলৈ মাতি নিয়োতো কথা সুধিব পাৰে?"

দাৰোগাই তাচ্ছিল্য ভাবেৰে কলে "বাহিৰত আমাৰ মাত শুনি যদি চোৰ পলাই যায় তেতিয়া কেনেকৈ ধৰিম? আমি এওঁৰ ঘৰ খানাতালাচ কৰিম। আৰু সন্দেহজনক কিবা দেখিলে গ্ৰেপ্তাৰ কৰি নিম। পৰোৱানা মই লৈ আহিছো।

মালতীয়ে কলে "কিন্তু কালিতেই দেখোন খানাতালাচ কৰিছিল আৰু এওঁকো গ্ৰেপ্তাৰ কৰি জামিনত খালাচ দিছিল?"

"আজিও কৰিম। আপোনাৰ মাতিবৰ কি অধিকাৰ আছে? আপুনি যদি উকীল তেন্তে আদালতত ওকালতি কৰিবগৈ। এতিয়া ইয়াৰ পৰা ওলাই যাওক।"

"ওলাই যাম কিয়? এওঁ মোৰ ভাই, মই ইয়াতে থাকিম। আপোনালোকে কি অন্যায় কৰে মই চাবলৈ নিশ্চয় অধিকাৰ আছে। তদুপৰি খানাতালাচ কৰাৰ সাক্ষীওতো দুই এজন লাগে।"

"সেই বিষয়ে আপুনি নাভাবিলেও হব। সাক্ষী লগত ননাকৈ মই অহা নাই। ভাল কথা, আপুনি চোৰৰ পক্ষে ইমান ওকালতি আৰম্ভ কৰিছে কিয়? সন্দেহজনক কথা। আপোনাৰ পৰিচয় কি?"

মালতীয়ে ভেনিটীবেগৰ পৰা নিজৰ নামৰ কার্ড উলিয়াই দেখুৱালে। দাৰোগাই সেইখন চাই নাকেৰে হুঁঃ উচ্চাৰণ কৰি কলে "যান-বাহন যোগনীয়াৰৰ লগত ইণ্ডাষ্ট্রিয়েল ডেভেলোপমেণ্ট কোম্পানীৰ লেনদেন আছে নেকি ?"

"এতিয়ালৈকে নাই। ব্যৱসায় কৰিব বুলি মেনেজিং ডিৰেক্টৰে মোক ইয়ালৈ মাতি আনিছে।"

"প্ৰমাণ আছে ?"

"থাকিলেও আপোনাক দেখুৱাবলৈ বাধ্য নহওঁ।"

"এৰা, এতিয়া বুজিলো। বিলাস বৰা, আপুনি কালি দৰমহাৰ পাই-পইচা এটাও নোপোৱাকৈ হৰেক ৰকমৰ বস্তু কেনেকৈ কিনিছিল ?"

মালতীয়ে উত্তৰ দিলে "মই দিছিলো এশ টকা।"

ক্ৰুৰ হাঁহি মাৰি দাৰোগাই কলে "নিজেই স্বীকাৰ কৰিলে যেতিয়া মোৰ কাম উজু হল। এই চুৰি সংক্ৰান্তত আপুনি নিশ্চয় যোগ আছে। আপোনাক প্ৰশ্ন সোধা নহয় মানে নজৰবন্দী হৈ থাকিব লাগিব। এতিয়া ইয়াৰ পৰা ওলাই বাহিৰত থাককৈগে। আমাৰ পহৰা এজন লগত থাকিব।"

মালতীয়ে খঙেৰে সুধিলে "মোৰ অপৰাধ ? শান্তি ৰক্ষাৰ নামত আপোনালোকে যথেচ্ছাচাৰ চলাব নোৱাৰে। যদি কিবা দোষ পাইছে গ্ৰেপ্তাৰী পৰোৱানা দেখুৱাওক, নহলে…"

বাধা দি দাৰোগাই কলে "মোক কৰ্ত্তব্য শিকাব নালাগে। দোষ-গুণৰ বিচাৰ পিছত হব। মোৰ সন্দেহ হৈছে যেতিয়া জেৰা কৰিবৰ ক্ষমতা মোৰ আছে আৰু কৰিমো। কাজেই মোৰ কাম শেষ নহয় মানে আপুনি বাটচাব লাগিব।"

আৰু কিছু সময় তৰ্কাতৰ্কিৰ পিছত অগত্যা মালতীয়ে ওলাই গৈ নিজৰ মটৰত উঠি বহিব খোজোতে পহৰাটোৱে কলে "পিছৰ

ছীটত বহক। ড্ৰাইভাৰৰ ছীটত মোক বহি থাকিব দিছে যাতে পলাব নোৱাৰে।” মালতীৰ হিংস্ৰ ভাবটোৱে মূৰ দাঙি উঠিছিল যদিও কোনো কথা নকৈ মটৰৰ পাছৰ আসনত উঠি বহি থাকিল।

দাৰোগাই তিনিজন কনিষ্টবলক লগাই দি নিজেও আগত থাকি বিলাসৰ ঘৰৰ সকলো সামগ্ৰী লণ্ডভণ্ড কৰি খানাতালাচ কৰোতে ডেৰ ঘণ্টা সময় লাগিল। তাৰ পিছত বিলাসক গ্ৰেপ্তাৰ কৰি লৈ বাহিৰলৈ আহি পুলিচ ভানত তুলি ললে। কাকত এখিলাত কিবা লিখি বিলাসক চহী কৰিবলৈ দিলে। মালতীয়ে তেতিয়াহে পুলিচ ট্ৰাকৰ ভিতৰলৈ লক্ষ্য কৰিলে। অথনি আশ্‌মান সিঙৰ লগত কথাপাতি থকা গাহৰী-মাৰ্কা ডেকাজন ভিতৰত বহি আছে।

বিলাসে চিঞৰি উঠিল “কোম্পানীৰ কোনো বস্তু বা কাকত পত্ৰ মোৰ ঘৰত নাই। এইবোৰ কিবা চক্ৰান্ত।”

“মালতীয়ে নিজৰ মটৰৰ পৰা চিঞৰি কলে “জাল কাকতত কেতিয়াও চহী নকৰিবা ভাইটি।”

দাৰোগাই নিজকে নিজে উচ্চাৰণ কৰিলে “চোৰৰ সাক্ষী মাতাল, বাৰু দেখা যাব।” তাৰ পিছত গাহৰী-ডেকাৰ ফালে চাই কলে “খানাতলাচৰ আপুনি সাক্ষী। এইবোৰ কাকত-পত্ৰ আমি এওঁৰ বাকচত পাইছো। এইখন কাকতত আপুনি চহী কৰক।”

কোনো কথা নকৈ ডেকাজনে কাকতত চহী কৰি দিলে। তাৰ পিছত দাৰোগাই নামি আহি মালতীৰ ওচৰত থিয় হৈ সুধিলে “আপুনি থানালৈ যাব নে ইয়াতে জেৰা কৰিম?”

“দুটাৰ কোনোটোৱেই নহয়। মই এতিয়া ডাকবঙলালৈ যাম। তালৈ মোৰ গ্ৰাহক এজন চাৰে বাৰ বজাত আহিব। তেওঁৰ লগত আলোচনা কৰিম। এতিয়া বাৰ বাজি দহ মিনিট গল। আপুনি বে-আইনী ভাবে ইমান সময় মোক আটক কৰিলে, এই দোষৰ বাবে

যি ব্যৱস্থা লোৱা হয় তাক পিছত গম পাব। এতিয়াও যদি বে-আইনী ভাবে আটক কৰি ৰাখি যথা সময়ত তেওঁক দেখা কৰিব নিদিয়ে কোম্পানীৰ যি ক্ষতি হয় তাৰবাবে কালিলৈ ক্ষতিপূৰণৰ দাবী কৰি আদালতত মকৰ্দ্দমাও দাখিল কৰিম।"

দাৰোগাই অলপ ভাবি সেমেনা-সেমেনিকৈ সুধিলে "দেখা কৰিবলৈ কোন আহিব বাৰু ?"

"শ্ৰীৰতনলাল বিজতৰীয়া, এম, এল, এ।"

দাৰোগাৰ মুখৰ ৰং সলনি হল। বিজতৰীয়াৰ প্ৰতিপত্তি আৰু ক্ষমতাৰ কথা কাৰো অবিদিত নহয়। দাৰোগাৰ প্ৰভু সকলেও তেওঁৰ নামত কঁপে। সুৰ সলনি কৰি সুধিলে "মিচ্ বৰা, আপোনাক দুষাৰ-মান কথা সুধিবলগীয়া আছে। কেতিয়া আপোনাৰ সুবিধা হব কওকচোন্ ?"

"আবেলি তেখেতৰ লগত ঘূৰিব লাগিব। তেখেতৰ কাৰখানা আৰু বাগিচালৈ যাম। কালিলৈ ৰাতিপুৱা সাতৰ বজাত যাব পাৰে।"

দাৰোগাই কলে "সেয়ে হব বাৰু, এতিয়া আপুনি যাওকগৈ, নমস্কাৰ।" পহৰাটোৱে ইঙ্গিত পাই নামিল।

মালতীয়ে কোনো উত্তৰ নিদি আগৰ ছীটলৈ গৈ মটৰ চলাই দিলে।

দাৰোগাই ভানত উঠি গৈ থানা পাই বিলাসক হাজতত বন্ধ কৰি থবলৈ হুকুম দি ডেকাৰে সৈতে থানাৰ অফিচ ৰূমলৈ গল। সহকাৰী জনক কিবা উপদেশ দি ক'ৰবালৈ পঠিয়াই ডেকাই দিয়া চিগাৰেট এটা মুখত লৈ কাকত কেইখনমান জেপৰ পৰা উলিয়াই লৈছেহে। সেই সময়তে টেলিফোনৰ বেল বাজিল। ৰিচিভাৰ লৈ মাত লগোৱাৰ লগে লগে এচ, পিৰ পৰা হুকুম আহিল "বিলাস বৰাক খালাচ দি

ঘৰলৈ পঠাব লাগে। মুখৰ ঘাম শুদা হাতেৰে মচি তৎক্ষণাৎ উঠি গৈ হুকুম পালন কৰি আহি গাহৰী-মাৰ্কা ডেকাক কলে "আপুনি এতিয়া যাওক, মোৰ জৰুৰী কাম আছে।"

গাহৰী-ডেকাই টেলিফোনেৰে দিয়া হুকুম শুনা নাছিল আৰু দাৰোগাই উঠি গৈ বিলাসক খালাচ কৰি পঠোৱাও দেখা নাছিল। দাৰোগাৰ পৰিবৰ্ত্তন লক্ষ্য কৰি আচৰিত হল। কাকতবোৰলৈ আঙুলিয়াই কিবা কব খুজিছিল। তাকে দেখি দাৰোগাই কৰ্কশ মাতেৰে কলে "গোলমাল নকৰিব, মোৰ মূৰ কামুৰিছে। ওলাই যাওক।"

ডেকা ওলাই গলত মূৰে কপালে হাত দি কিছু সময় বহি থাকিল। তাৰ পিছত হঠাতে টেলিফোনৰ বিচিভাৰ লৈ নম্বৰ এটা কলে। আন মূৰৰ পৰা মাত আহিলত কলে "হেল্লো মিঃ সিং, মই টাউন দাৰোগা। আপুনি তেওঁক মোৰ ওচৰলৈ কিবা কথাত পঠিয়াইছিল নহয় ?"

আনমূৰৰ পৰা আশ্‌মান সিঙে কলে "মই কিয় পঠিয়াম ? সি মোক ছুটা খবৰ দিছিলহি। তাকে শুনি মই কৈছিলো বোলে মোক কোৱাতকৈ এইবোৰ কথা পুলিচক কোৱাহে ভাল হব সেই কথা শুনি মোৰ ইয়াৰ পৰা ওলাই গৈছিল। কিয়, মোৰ কথা কিবা লগাইছে গৈ নেকি ?"

দাৰোগাই খঙেৰে "বাৰু দেখা যাব" বুলি কৈ জোৰেৰে বিচিভাৰ থৈ দিলে।

---



—তিনি—

তাৰ পিছদিনা। উগ্ৰগতিয়ে যান-বাহন-যোগনীয়াৰৰ নিজ অফিচ কমত যেতিয়া সোমাল তেতিয়া ঘৰীয়ে দহ বজাৰ কোৰ মাৰিলে আৰু লগে লগে টেলিফোনৰ বেল বাজিল। বিচিভাবটো কাণত লগাই মাত দিলত আন মূবৰ পৰা মালতীয়ে কবলৈ ধৰিলে "নমস্কাৰ ককাইদেও। মই গুৱাহাটীত নাথাকিলে আপুনি ঠিক দহ বজাতে অফিচত উপস্থিত হবগৈ বুলি জানিহে টেলিফোন কৰিছো। মই ইণ্ডাষ্ট্ৰিয়েল-ডেভেলাপমেণ্ট কোম্পানীৰ অফিচলৈ যাবলৈ ওলাইছো। চাৰে দহবজাত পাবগৈ লাগে। তাৰ আগেয়ে আপোনাৰ আৰু সম্ভৱ হলে কেপ্টেন ককাইদেওৰ লগত দুষাৰ মান কথা পাতিবলগীয়া আছে…"

মালতীৰ কথাৰ মাজতে উগ্ৰগতিয়ে কলে "তেখেতক এতিয়া নোপোৱা। আমাৰ অভিযানত ব্যস্ত নাথাকিলে প্ৰত্যেক দেওবাৰে দলপতি আৰু কেপ্টেন ককাইদেও বাঘ চিকাৰলৈ যায় বুলি জানাই নহয়। বৰদুৱাৰ পাহাৰৰ গাঁও এখনত বাঘে উৎপাত কৰা বুলি শুনি কালি তালৈ গৈছিল। এতিয়ালৈকে উলটি অহা নাই।"

মালতীয়ে কলে "সেই কামটোৰ কথা শুনিলেই মোৰ বুকু কপে। দুয়োজনকে হাতীও নালাগে, মাচাংও নালাগে, কেৱল জোপ-জঙ্গলৰ আঁৰত থাকি বাঘ চিকাৰ কৰাত যিহে সাংঘাতিক বিপদ…"

বাধা দি উগ্ৰগতিয়ে কলে "বন্দুক-ৰাইফল-পিস্তল ব্যৱহাৰ কৰাত দুয়োজনৰ বাহাদুৰিৰ নমুনা তুমি নেদেখা নহয়। বিশেষকৈ কেপ্টেন ককাইদেও তো সাব্যসাচী। অস্ত্ৰ যেতিয়াই যি হাতত থাকে সেই হাতেৰেই লক্ষ্যভেদ কৰে। মোৰ বিশ্বাস তেখেতে বোধকৰো চকু মুদিও গুলি চলাব পাৰে হবলা। গতিকে তোমাৰ ভয় অমূলক।"

মালতীয়ে কলে "সেইবোৰ এৰিলো বাৰু। এতিয়া মোৰ কথা মনোযোগেৰে শুনক। দলপতি গোসাঁই আহিলে আপুনি তেখেতক কব, মই ইয়াতে আমাৰ নতুন অভিযান আৰম্ভ কৰিছো।"

আচৰিত হৈ উগ্ৰগতিয়ে সুধিলে "কি ক'লা? মই নুবুজিলো। অভিযান মানে? তোমাক ব্যৱসায়ৰ উদ্দেশ্য লৈহে ডিব্ৰুগড়লৈ পঠিওৱা হৈছিল?"

মালতীয়ে কলে "মোৰ মনত আছে আৰু আমাৰ ব্যৱসায় কৰিবই লাগিছো। কালিৰ দিনটো আৰু আজি ৰাতিপুৱা ন বজালৈকে প্ৰায় ডেৰ লাখ টকাৰ অৰ্ডাৰ পাইছো। সেইবোৰ ডাকযোগে পাব। পিছে পৰহি হঠাতে ৰহস্য এটাই মাজ আলিতে দেখা দিলে। গতিকে মূৰ নুসুমাই নোৱাৰিলো। আমি প্ৰথমে পূজাৰী পিছতহে যান-বাহন-যোগনীয়াৰ-বুলি আপুনিয়েই দেখোন...."

কোমল মাতেৰে উগ্ৰগতিয়ে কলে "হৈছে ভনীটি। অভিযান আৰম্ভ কৰাৰ অধিকাৰ আন সকলোৰে নিচিনা তোমাৰো আছে আৰু গোসাঁয়ে নিশ্চয় সমৰ্থনো কৰিব। গতিকে ভাল হওক বা বেয়া হওক তোমাৰ কোনো চিন্তাই নাই। কেৱল আমাৰ দুজনমান তালৈ গৈ নাপায় মানে তুমি নিষ্ক্ৰীয় হৈ থাকিব লাগিব। অকলশৰে আছা, পদে পদে সাংঘাতিক বিপদ ঘটিব পাৰে। গতিকে বাকীকেজনৰ অনুপস্থিতত মই তোমাক এই আদেশ দিলো। বুজিছা ভনীটি? অনুৰোধ নহয় আদেশ...."

"কিন্তু উগ্ৰ ককাইদেউ, মই বহুত আগবাঢ়িছো। আনপিনে মই অলপ গম পাইছো যে কোনোবাই মোৰ পাছত লাগিছে কিন্তু তাৰ কাৰণ কি মই এতিয়ালৈ বুজিব পৰা নাই।"

উগ্ৰই কলে "আকৌ এবাৰ দোহাৰিলো—সাৱধান হৈ থাকিবা। আজি নিশা আমাৰ আকাশী-যানত নিশ্চয় গোসাঁয়ে সহায় পঠিয়াব।

অন্ততঃ তেতিয়ালৈ তুমি বৰ সাৱধানে থাকিবা। এতিয়া আচল কথালৈ আহা।”

মালতীয়ে পৰহি বিলাসক লগ পোৱাৰ পৰা কালি আশ্‌মানক দেখা কৰা আৰু তাৰ পিছৰ সকলো ঘটনা বৰ্ণাই উঠি কলে “দাৰোগাই আজি মোক কিবা সুধিবলৈ আহিব বুলি কৈছিল যদিও এতিয়ালৈকে অহা নাই। বিলাসক খালাচ দিছে সঁচা কিন্তু কোনোবা এজনে আলিত থকা এজোপা গছৰ আশ্ৰয় লৈ পহৰা দি আছে। তাকে দেখি মই বহুত ভাবি বিলাসৰ ঘৰলৈ নগলো। গতিকে ভিতৰুৱা কোনো খা-খবৰ লবলৈ সুবিধা পোৱা নাই।”

“সেই বিষয়ে তুমি চিন্তা নকৰিলেও হব। বিলাসক যেতিয়া চাকৰিত মৰকল কৰিছা সেই ক্ষেত্ৰত তেওঁ ইয়ালৈ আহিলে সকলো কথা জানিব পাৰিবা। মই হলে এতিয়াও বুজিব পৰা নাই যে তুমি অভিযান আৰম্ভ কৰিলা কিয়? ৰেকৰ্ডৰূমত কিবা বস্তু কোনোবাই চুৰ কৰিলে। এবিধ নিয়া হলে হয়তো সেই চোৰক সহজতে চিনি পালেহেঁতেন। সেইবাবে কেবা ৰকমৰো কাকত-পত্ৰ চুৰ কৰি বেঙ্ক কৰ্তৃপক্ষৰ চকুত ধূলি মাৰিবলৈ চেষ্টা কৰিছে। চোৰ ধৰিবৰ বাবে পুলিচ আৰু বেঙ্কৰ কৰ্তৃপক্ষই চেষ্টা কৰিবই। বিলাসক সহায় কৰিবলৈ তুমি টকা আৰু চাকৰি দিছা। লাগিলে মকৰ্দ্দমাৰ খৰচ আৰু কিছু দিলে হলহেঁতেন। কিন্তু অভিযান আৰম্ভ কৰিলা কিয়?”

অলপ অভিমান কৰি মালতীয়ে কলে “আপুনি সকলো কথা নুশুনাকৈ মোৰ কথাবোৰ পাতল বুলি উৰুৱাই দিব খোজে। আমাৰ গোসাঁই বা কেপ্টেন ককাইদেৰে হলে…”

হাঁহি মাৰি উগ্ৰগতিয়ে কলে “অভিমান কৰা স্বভাৱটো তোমাৰ আজিকোপতি নগল। তোমাৰ কথা পাতল বুলি ভবানো ক’ত দেখিলা? নালাগে বাৰু, কোনো কথা নোসোধো, তোমাৰ বক্তব্য

কৈ যোৱা মই শুনি থাকিম। তেখেতসকল আহিলে যথাযথ বৰ্ণনা কৈ যোৱা এতিয়া।"

মালতীয়ে আৰম্ভ কৰিলে "বেছ, শুনক উগ্ৰ ককাইদেও, বিলাসৰ মতে কোম্পানীৰ মেনেজাৰ কামেশ্বৰে এই চুৰি কামটো কৰিছে। ইয়াৰ পৰা হেনো কেবা লাখো টকা মাৰিব পাৰিব। আৰু তেওঁ কয় যে কোম্পানীৰ আনবিলাক কৰ্ম্মচাৰীয়ে এইবোৰ ভিতৰুৱা কথাৰ কুট সমূলি নাপায়। দুৱাৰৰ তলা খুলিবলৈ অকল মেনেজাৰ কিয় অইন চোৰৰ পক্ষেও টান কাম নহয়। যি নহওক, এই বিষয়ে বেছি কথা কৈ আপোনাৰ খং নোতোলো। আন এটা বাতৰি শুনক, কালি আবেলি মই অইন ব্যৱসায়ী কেজনমানৰ লগত কথা পাতি অৰ্ডাৰ লোৱাৰ সময়ত আশ্‌মান সিং দুবাৰ আহিছিল। তাৰ পিছত বিজতৰীয়াৰ বাগিচা চাবলৈ যোৱাৰ সময়তো হেনো এবাৰ আহিছিল। শেষত গধূলি মই উভতি অহাৰ পিছত শেষ বাৰলৈ আহি মোক লগ ধৰিছিল। আমাৰ পৰা সাজ-সৰঞ্জাম আৰু যান-বাহন নিকিনিলে তেওঁৰ কোম্পানী অচল। গতিকে কিনিবলৈ বাধ্য। তথাপি কাবৌ-কাকূতি কৰি পুনৰায় নতুন প্ৰস্তাব কৰিছিল যে মোক কেইহাজাৰমান টকা আগধৰি ভেটি দিব। তদুপৰি ইয়াত কৰিব নোৱাৰা মেৰামতিৰ কাম আটাইবোৰ আমালৈ পঠিয়াব। তাৰ বানচ আমি বেছিকৈ ধৰিলেও আপত্তি নাই কিন্তু তাতো তেওঁক অংশ লাগিব.... ইত্যাদি। মই প্ৰত্যাখ্যান কৰিছো।"

"উচিত কাম কৰিছা ভনীটি, ধন্যবাদ।"

"তাৰ পিছত কওঁ শুনক, ইণ্ডাষ্ট্ৰিয়েল-ডেভেলাপ-কোম্পানীয়ে আমাক মাতিছিল গতিকে আমি ঠিক সময়মতে কোম্পানীৰ অফিচত উপস্থিত হৈ আমাৰ কৰ্ত্তব্য শেষ কৰিব লাগিব। তেওঁলোকৰ পক্ষৰ পৰা তাত কোনে কথা পাতে নাজানো। হয়তো আশ্‌মান সিং অথবা মেনেজাৰ

নাইবা আন কোনোবা সেই চাৰ্জত থাকিব পাৰে। যদি আমাৰ টাৰ্মচ্ মতে বন্দবস্ত হয় তেনেহলে কণ্ট্ৰাক্টত চহী কৰিম। নহলে উভতি যাম, বেয়া হবনে বাৰু ?"

"বেছ হব। কোম্পানীৰ কামৰ বিষয়ে তোমাক উপদেশ দিবলৈ একো নাই। কেৱল তোমাৰ অভিযানৰ কথাহে শুনিবলৈ আগ্ৰহেৰে বৈ আছো। তুমি কাৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিলা মই সম্ভূলি গম পোৱা নাই। আশ্‌মান সিঙৰ বিৰুদ্ধে নহয় বুলিহে ভাবিছো, কি কোৱা ?"

মালতীয়ে উত্তৰ দিলে "কালি কোনোবা এজন ডেকাই আবেলি ডাক বঙলাৰ সমুখত বহুত পৰলৈ পহৰা দি আছিল। চুপি আছিল বুলিহে মই কব খোজো। হয়তো দেখা কৰিবলৈ অহা মানুহবিলাকৰ বাবে ওচৰলৈ নাহিল অথবা কিবা কুমতলবো থাকিব পাৰে। তাৰ পিছত ৰাতি এক বজাত কোনোবাই মোৰ বহা কোঠালীৰ সমুখৰ বাৰাণ্ডাত কিবা শব্দ কৰা শুনি মোৰ শোৱনি কোঠালীৰ পৰা হাতত পিস্তল লৈ ওলাই গৈছিলো কিন্তু ইতিমধ্যে বঙলাৰ চকীদাৰে দূৰৰ পৰা শব্দ কৰি খেদি আহিছিল। মই ওলাই কাকো নেদেখিলো। তাৰ মতে এজন মানুহৰ নিচিনা ক'লা কিবা এটা মূৰ্ত্তি আন্ধাৰত দেখিছিল। কিন্তু সি আহি পোৱাৰ আগেয়ে পলাল বুলি তাৰ বিশ্বাস। তাৰ পিছত মই সমুখৰ দুৱাৰ বন্ধ কৰি পাছ দুৱাৰেদি ওলাই এঘণ্টা মানলৈ গেৰেজৰ আঁৰত লুকাই পহৰা দি আছিলো কিন্তু কাকো নেদেখিলো। শেষ ৰাতি তিনি বজাত আকৌ শুই থাকিলো।"

চিন্তিত মনেৰে উগ্ৰগতিয়ে কলে "কিন্তু ভনীটি তুমি নিশা অকলে সেইদৰে থাকি ভাল কাম কৰা নাছিলা। শত্ৰুৰ কবলত পৰিলে কোনে তোমাৰ খবৰ জানিলেহেঁতেন ? এনেকুৱা দুৰ্ব্বুদ্ধিৰ কাম নকৰিবা দেই। মনত থাকিবনে ?"

হাঁহি মাৰি মালতীয়ে কলে "সম্প্ৰতি থাকিব বুলিয়েই কব পাৰো

কিন্তু ঘটনা চক্ৰত কেতিয়া কি বুদ্ধি ওলায় আগধৰি কোৱা টান।"

"নহয় ভনীটি" উগ্ৰগতিয়ে কলে "তোমাক সাৱধান কৰি দিলো। উপদেশ অৱজ্ঞা নকৰিবা। নহলে কেতিয়া কি বিপদ মাতি আনা কব নোৱাৰি। যি নহওক, এতিয়া বুজিলো, এই নিশাৰ ভূতৰ বিৰুদ্ধে তোমাৰ অভিযান নিশ্চয় ?"

"তাঁক চিৰকাললৈ শিক্ষা দিম বুলি মই প্ৰতিজ্ঞা কৰিছো যেতিয়া সেই হিচাবে অভিযান বুলিবও পাৰে কিন্তু গুণ্ডা-বদমাচ বা সাধাৰণ সিন্ধি খন্দাৰ বিৰুদ্ধে আমি অভিযান আৰম্ভ কৰিম নে ? সি দুইত চগা-জাহ দিয়াৰ দৰে পুৰি মৰিবহি। সেই বিষয়ে আপুনি কোনো চিন্তা নকৰিব .. "

বাধা দি উগ্ৰগতিয়ে কলে "সেই বিষয়েহে মোৰ ডাঙৰ চিন্তা হল। বিশেষকৈ এতিয়া পৰামৰ্শ কৰিবলৈ কোনো নাই। আকৌ এবাৰ কওঁ, আমি গৈ নাপাওঁ মানে তুমি সাৱধানে থাকিবা। এতিয়া তোমাৰ বাকী কথাও সোনকালে শেষ কৰা। মই পৰামৰ্শ কৰিবলৈ এতিয়াই ওলাই যাব লাগিল।"

মালতীয়ে খিল্ খিল্ কৰে হাঁহিলে। তাৰ পিছত কলে "ইমান-বিলাক কথায়েকৰ এজনী ভনীয়েক। মোক আপোনালোকৰ চেনেহে কোনোবা স্বৰ্গপুৰীত ৰাখে। তাক মই সদায় উপলব্ধি কৰি থাকো। ভয় নকৰিব, উগ্ৰককাইদেও, এতিয়া আচল কথা শুনক, আমাৰ এই অভিযানটো নাম নজনাৰ বিৰুদ্ধে। মানে তেওঁৰ নাম ধাম এতিয়াও বিচাৰি উলিয়াবলৈ সময় পোৱা নাই। কেৱল এটা খবৰ এই যে বিলাসৰ বাপেক হেনো বহুত টকাৰ গৰাকী। বিতং খবৰ নাজানো। বিলাসে দেউতাকৰ বিষয়ে কোনো কথা নকয় আৰু তেওঁক সুধিবলৈ বাৰে বাৰে অনুৰোধ কৰে। তেওঁৰ দেউতাকৰ বিৰুদ্ধেই আমাৰ

অভিযান বুলি ভাবিবলৈ ঠাই আছে অৱশ্যে। যিজনে নিজৰ মানৰ লাঘৱ হব বুলি হওক বা ধনৰ লোভত হওক, অতি সামান্য কথাতে নিজৰ পুতেকক সম্পত্তিৰ পৰা বঞ্চিত কৰি নিজে গণ্য-মান্যৰ এগৰাকী হৈ থাকিব ভাল পায় তাৰ নিচিনা হৃদয়হীন পশু কিমান ওলায় ভাবি চাওক। এই ঠগবোৰৰ বিচাৰৰ ভাৰ আমি লোৱা নাই জানো?"

চিন্তিত মনেৰে উগ্ৰগতিয়ে কলে "ৰহস্যৰ কথা ঠিক। যি নহওক, তুমি সম্প্ৰতি এই বিষয়ে নিষ্ক্ৰীয় হৈ থাকিবা। চাৰে দহ বাজিবলৈ পাচ মিনিটহে আছে। এতিয়া নিজৰ কৰ্ত্তব্য কৰাগৈ। আজি নিশালৈ কিবা এটা বন্দবস্ত হব বুলি মই ভাবো। ইতিমধ্যে পৰামৰ্শ কৰিব পাৰিম।" বুলি কৈ বিচিভাৰ থৈ চিগাৰেট এটা জলাই লৈ চিন্তিত মনেৰে বাহিৰলৈ ওলাই গৈ মটৰত উঠি বহিল।

ইপিনে মালতীয়ে ইণ্ডাষ্ট্ৰিয়েল-ডেভেলাপমেণ্ট কোম্পানীৰ অফিচত উপস্থিত হৈ মেনেজাৰৰ লগত দেখা কৰিলে। তেওঁ ভৰা মতে মেনেজাৰ কামেশ্বৰৰ লগত ডিৰেক্টৰ আশমান সিঙো বহি আছিল। মেনেজাৰে এবাৰ মালতীৰ আনবাৰ আশমান সিঙৰ মুখলৈ চাই তলমূৰ কৰি কিবা ভাবি অৱশেষত মূৰ তুলি কলে "মিচ. বৰা, পৰহি আমাৰ কোম্পানীৰ এটা দুৰ্ঘটনা মানে ৰেকৰ্ড-ৰুমৰ পৰা বহুত কাকত-পত্ৰ চুৰি হৈছে। আজি দুই বজাত ডিৰেক্টৰৰ মিটিং বহিব, তাৰবাবে চিন্তাত তৎ নাই। তাকেই এওঁৰ সৈতে আলচ কৰিছিলো। আপোনাৰ কোম্পানীৰ সৈতে কণ্ট্ৰাক্ট চহী কৰাৰ দিন আজি আছিল সঁচা। পিছে আপোনালোকলৈ লিখা চিঠি-পত্ৰৰ নকল আৰু আপোনালোকে দিয়া কোটেশ্যনৰ কাগজ-পত্ৰ আদিও পৰহি চুৰি হৈছে। এতেকে আপুনি কালিলৈ অপেক্ষা কৰিব লাগিল।"

মালতীয়ে লগত নিয়া কাকত-পত্ৰৰ বেগটো মেলি কোম্পানীৰ চিঠি-পত্ৰ আদিৰ ফাইলটো উলিয়াই দেখুৱালত এবাৰ হাতত লৈ ওলট

গালট কৰি চাই কলে "আপোনালোকে লিখামতে আমাৰ কোম্পানীয়ে অৰশ্যে প্ৰতি মাহত দুলাখ টকাৰ ব্যৱসায় কৰিব পাৰিব কিন্তু..."

আশ্‌মান সিঙৰ চকু দুটা কপালত উঠিল। কথাৰ মাজতে হঠাত উচ্চাৰণ কৰিলে "দু-ই লাখ !! মই আকৌ ভাবিছিলো কুৰি-পচিশ হাজাৰ অথবা বৰ বেছি পঞ্চাশ হাজাৰ। ক'তা এই বিষয়তো তুমি মোক কোনো কথা জনোৱা নাছিলা, কামেশ্বৰ ?"

কামেশ্বৰে উত্তৰ দিলে "আপোনাৰ অনুমানেই ঠিক হব। পিছে চেষ্টা কৰিলে মই সিমানখিনিলৈ তুলিব পাৰিম। বহুত বাগিচা আৰু ফেক্টৰীয়ে মোক কথা দিছে। তদুপৰি ইয়াৰ কেজনমান কাৰবাৰীকো মই হাত কৰিব পাৰিম। সেই বিষয়ে আপোনাৰ লগত কথা হম বাৰু। মিচ্ বৰা, মই অনুৰোধ কৰিছো আপোনালোকৰ কোটেশ্যনটো বঢ়াই দিয়ক ডিব্ৰুগড়ৰ বাবে আমি একমাত্ৰ চোল এজেন্সী লম। আপুনি আজি ভাবি চাওকগৈ। কালিলৈ আহিলে যদি উভয়ৰ মতৰ মিল হয় চহী কৰিম।"

হঠাতে আশ্‌মান সিঙে হাতযোৰ কৰি গহীন হৈ কলে "মিচ্ বৰা কামেশ্বৰে ঠিকেই কৈছে। আজি অনুগ্ৰহ কৰি আপুনি ভাবি চাওকগৈ। আমিও পৰামৰ্শ কৰি চাওঁ যদি সুবিধা দেখো তেন্তে কালিলৈ কণ্ট্ৰাক্ট চহী কৰি দিয়া হব। আমাৰ পৰা আপোনালোকে আশাতিৰিক্ত বিজনেচ্ পাব জানিব।"

মালতীয়ে বুজিলে যে ইয়াৰ ভিতৰত মেনেজাৰৰো কিবা পাক নিশ্চয় আছে। হয়তো লাভৰ অংশ বিচাৰিবলৈ আজি এসময়ত মালতীক লগ ধৰিবও পাৰে। ইয়াতেই হয়তো উলিয়ালেহেঁতেন কিন্তু সিঙৰ সাক্ষাতত নোৱাৰিলে। আনপিনে এইবোৰ কামত সিঙৰ কোনো আৱশ্যক নথকাতো আজি কণ্ট্ৰাক্ট চহী হব বুলি জানি অফিচত বহি আছে। মাহেকত দুলাখ টকাৰ ব্যৱসায়

কৰিব কোৱা কথাৰ ধাৰণাকে তেওঁ কৰিব পৰা নাছিল। এতিয়া হয়তো তেওঁ আকৌ এবাৰ মালতীৰ ওচৰলৈ গৈ লাভৰ অংশৰ বাবে কাবৌ কৰিবলৈ সুবিধা হব বুলি এদিন পলম কৰিবলৈ চেষ্টা কৰিছে। মালতীয়ে থিয় হৈ বেগত কাকতবোৰ সুমাওতে কলে "আপোনালোকে প্ৰথমে মাতিছিল দেখি ইয়ালৈ আগবাঢ়ি আহিছিলো। আমাৰ ব্যৱসায়ৰ কথা আপোনালোকে ভাবিব নালাগে। আমাৰ এজেন্সী লবলৈ আগ্ৰহ কৰা আৰু দুজন ব্যৱসায়ী এই চহৰত আছে। মই এতিয়া তালৈ যাম।" বুলি কৈ বাহিৰলৈ খোজ দিলে। তেওঁৰ পাছে পাছে আশ্‌মান সিঙো গল। কামেশ্বৰেও দুয়োজনৰ পাছে পাছে বাহিৰলৈ ওলাল। তিনিওজনে মটৰৰ ওচৰ পালত মালতীয়ে কোনো কথা নকৈ মটৰত উঠি মটৰ চলাই দিলে। বাকী দুজনে ভবা কথা পেটতে থাকিল। কোনেও মালতীক কবলৈ সুবিধা নাপালে। নিমিষতে মটৰ নেদেখা হৈ গল।

মালতীয়ে আহি ডাকবঙলা পাই দুপৰীয়াৰ সাজ খাই উঠিলত চাৰে এঘাৰ বাজিল। সাজপাৰ সলাই আন এটা কোম্পানীৰ সৈতে দেখা কৰিবলৈ ওলাই বাৰাণ্ডাত ভৰি দি দেখিলে যে আশ্‌মান সিং আৰু কামেশ্বৰে একেলগে তেওঁৰ ওচৰলৈ আহিছে। পেটে পেটে বিৰক্ত হল যদিও ভদ্ৰতাৰ খাতিৰত বহিবলৈ কৈ নিজেও বহিল। তেওঁ কোনো কথা সোধাৰ আৱশ্যক নহল। মেনেজাৰ কামেশ্বৰেই প্ৰথমতে আগমনৰ উদ্দেশ্য কলে। পোনে পোনেই লাভৰ অংশৰ কথা নকৈ ব্যৱসায়ৰ ভৱিষ্যত উজ্জলতাৰ সম্পৰ্কে ভূমিকা কৰি অৱশেষত পেটৰ কথা ভাঙি কলে যে মেনেজিং ডিৰেক্টৰ আশ্‌মান সিং আৰু মেনেজাৰ কামেশ্বৰেই ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপ কোম্পানীৰ হৰ্ত্তা-কৰ্ত্তা-বিধাতা। এতেকে মালতীৰ পক্ষৰ

পৰা তেওঁলোক দুজনক সন্তুষ্ট কৰি ব্যৱসায় কৰিলে ভৱিষ্যতে প্ৰচুৰ লাভৰ সম্ভাৱনা থাকৈয়ে আছে। নিতান্তই যদি মালতীয়ে মূৰ্খামী কৰি নিজৰ লাভটো এৰি দিয়ে তেনেহলে যান-বাহন যোগনীয়াৰে শতকৰা এটকাকৈ ওপৰঞ্চি লাভ ৰাখি এওঁলোক দুজনক শতকৰা দুটকাকৈ প্ৰত্যেককে দিয়ক। শতকৰা এটকাকৈ হলে মালতীৰ মাহে অন্ততঃ দুহেজাৰ মানকৈ লাভ হব। গতিকে তেওঁকে এই টকা ৰাখিবলৈ কামেশ্বৰে আৰু আশ্‌মান সিঙে সুপৰামৰ্শ দিলে।

মালতীয়ে বৰ ধৈৰ্য্য ধৰিহে মনে মনে বহি থাকি উভয়ৰ কথা শুনি থাকিল। মনতে বিৰক্ত হল যদিও এঘণ্টা আগেয়ে তেওঁ ভাবি অহা কথা মিলিল বাবে আনন্দও পালে। কেৱল ইয়াকে ভাবি আচৰিত হল যে দুয়োজনে লগ হৈ কোম্পানী এটাৰ অংশীদাৰ সকলৰ টকাবোৰ কেনেকৈ ৰক্ষকেই ভক্ষক হৈ লুটি খাব লাগিছে। তেওঁৰ বৰ খং উঠিল যদিও দমন কৰি সহজ ভাবেই উত্তৰ দিলে যে তেওঁলোকৰ অন্যায় প্ৰস্তাৱত মালতীয়ে সন্মত হব নোৱাৰে। আনপিনে তেওঁ যানবাহন-যোগনীয়াৰৰ পক্ষৰ পৰা আহিছে যেতিয়া তেওঁ যি কলে সেয়ে কোম্পানীৰ কথা, তাৰ কোনো লৰচৰ নহয়।

দুঘণ্টা চেষ্টা কৰিও অকৃতকাৰ্য্য হৈ হতাশ মনেৰে দুয়োজনে যাবলৈ থিয় হল। আশ্‌মান সিঙে বৰ হৃদ্যতা দেখুৱাই আবেলিলৈ মালতীক চাহ-জলপান খাবলৈ নিমন্ত্ৰণ কৰিলে। মালতীয়ে সন্মত নোহোৱাত নিশা 'ডিনাৰলৈ' নিমন্ত্ৰণ কৰিলে। তাকো গ্ৰহণ নকৰাত সমিধান দি গল যে দুয়োজনে ভাবি চাই পৰামৰ্শ কৰি পিছদিনা খবৰ দিবহি।

তেওঁলোক ওলাই যোৱাত মালতীয়ে যাব খোজা কোম্পানীলৈ টেলিফোন কৰি জানিব পাৰিলে সেই প্ৰতিষ্ঠানৰ গৰাকীৰ গা অসুখৰ বাবে আজি সোনকালে ঘৰলৈ গল। কালিলৈ নিশ্চয় আলোচনা হব। সময় মতে যাব নোৱাৰা বাবে মালতীয়ে ক্ষমা বিচাৰি ৰিচিভাৰ থৈ

দিলে। তাৰ পিছত বাহিৰ ওলাবলৈ এখোজ দি কিবা ভাবি ৰহিল। কাকত উলিয়াই ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ লগত পতা কথা-বাৰ্ত্তাৰ বিষয়ে যান-বাহন-যোগনীযাৰলৈ চিঠি লিখি বেগত সুমাই থলে। তিনি বজাত দুৱাৰত তলা লগাই মটৰত উঠি ৰহিলগৈ।

প্ৰথমে বিলাসৰ ঘৰলৈ গল। আজি ঘৰৰ চেহেৰা কালিতকৈ সলনি হৈ সজীৱ হোৱা দেখি মনত ৰং পালে। লৰা-ছোৱালী তিনিটাক মৰম কৰিলে। লগত নিয়া বিস্কুট খাবলৈ দিলে। নীৰলাই আদৰ সাদৰকৈ আগবঢ়োৱা চাহ জলপান খাই উঠি বিলাসক দেউতাকৰ পৰিচয় সুধিলত বিলাসে আগৰ দৰে হাতযোৰ কৰি কাকূতি কৰিলে যেন সেইকথা আকৌ নোসোধে। নীৰলাৰো সেয়ে মত দেখি সিহঁতৰ মনত কষ্ট নিদি বিদায় লৈ ওলাই গল। দুয়োজনে পাছে পাছে গৈ মটৰত তুলি দিলে।

বিলাস আৰু ঘৈণীয়েকৰ চকুৰ আঁতৰ হৈ মটৰ ৰখালে। কালিৰ পহৰা দি থকা মানুহজন আজিও একে ঠাইতে ৰৈ থকা দেখি তাৰ ওচৰলৈ গৈ কথা সোধাৰ আগ্ৰহ জন্মিছিল যদিও দমন কৰি প্ৰথমে বিলাসৰ দেউতাকৰ পৰিচয় বিচাৰি উলিয়াবলৈ মনতে স্থিৰ কৰি মটৰ চলাই দিলে। বহুত অনুসন্ধান কৰিও প্ৰথমে কোনো সন্তেদকে পোৱা নাছিল যদিও গধূলি নীৰলাৰ মোমায়েকক লগ পাই কৃতকাৰ্য্য হল। বিলাসৰ দেউতাকৰ পৰিচয় পালে। শুনিলে কোনে বিশ্বাস কৰিব যে দুখন চাহ বাগিচাৰ গৰাকী অগাধ ধনৰ মালিক ডিব্ৰুগড় চহৰৰ গণ্যমান্য নামজাদা এজন নাগৰিকৰ লৰা বিলাস বৰা! এতিয়াহে মালতীয়ে বুজিলে যে কি কাৰণত বিলাসে পিতৃ পৰিচয় নিদিয়ে। তদুপৰি মালতীয়ে আবিষ্কাৰ কৰিলে যে বিলাসে অকল উপাধিটো সলনি কৰাই নহয় নামটোও সলনি কৰি বংশ পৰিচয় লুপ্ত

কৰি স্বেচ্ছাৰে দৰিদ্ৰতাক বৰণ কৰিছে। তেওঁৰ মন বিলাসলৈ শ্ৰদ্ধাৰে ভৰি পৰিল। নিজৰ মনতে বিলাসক ধন্যবাদ দিলে।

বংশ মৰ্য্যদালৈ চালে নীৰলাৰ বাপেক বিলাসৰ বাপেকতকৈ হীন নহয়, বৰং উচ্চ কিন্তু নাই টকা। সেয়ে বিলাসৰ বাপেকৰ বোৱাৰীয়েক হবলৈ নীৰলা অযোগ্যা, সেয়ে তাইৰ অপৰাধ। আনপিনে যিজনী ছোৱালীৰ লগত বিলাসৰ বাপেকে বিলাসৰ বিয়াৰ কথা চলাইছিল সেইজনীক বিয়া কৰোৱা হলে বিলাসে এখন চাহবাগিচা পালে হেঁতেন। বিলাস সন্মত নহল। 'ধন্য বিলাস' বুলি মালতীয়ে উচ্চাৰণ কৰিলে। অনুসন্ধানৰ অন্তত বঙলালৈ আহি তেওঁ ৰাতিৰ সাজ খাই উঠি চিঠি এখন লিখি মেজত থৈ দুৱাৰ বন্ধ কৰি শুই থাকিল।

---

## —চাৰি—

নিশা এক বজাত। উগ্ৰগতিৰ আকাশী-যানৰ পৰা নামি কেপ্টেন ভীমসেনে উগ্ৰগতিক বিদায় দিলত তেওঁ আকৌ গুৱাহাটীলৈ বুলি উৰা মাৰিলে। কেপ্টেনে ফিল্ডৰ মাজত থিয় হৈ অলপ সময় বৈ চাৰিওফাললৈ লক্ষ্য কৰিলে। কেৰে কতো নাই। শাৰী শাৰী লাইটবোৰ দূৰে দূৰে জ্বলি জকমকাই আছে। দূৰত ভতুৱা কুকুৰৰ ভুকনি তাৰ বাহিৰে ডিব্ৰুগড় চহৰ নিস্তব্ধ। দূৰেৰে যোৱা মটৰ হুখনৰ শব্দ দুবাৰ কাণত পৰিল। নিশ্চিন্ত মনেৰে কেপ্টেনে ডাক বঙলা অভিমুখে বেগাই খোজ ললে। ডাক বঙলাৰ পদূলি পাবলৈ প্ৰায় এশফুট মান থাকোতে তেওঁ দেখিলে যে এখন মটৰ ডাক বঙলাৰ

কোম্পাউণ্ডৰ পৰা ওলাই বৰ বেগেৰে তেওঁৰ সমুখেৰে আঁতৰি গল। চকুত মটৰৰ তীব্ৰ লাইট পৰাত হাতখনেৰে চকু আগুৰি দিলে যদিও মটৰৰ ভিতৰলৈ ভুমুকি নমৰাকৈ নাথাকিল কিন্তু নিমিষতে মটৰখন পাৰ হৈ যোৱাত আন্ধাৰত মটৰৰ ভিতৰত একোকে মনিব নোৱাৰিলে। হাতত থকা টৰ্চ লাইটেৰে মটৰৰ পাছৰ নম্বৰ প্লেটলৈ পোহৰ পেলাই চালে। কিন্তু মাজতে একমাত্ৰ মনিব পৰা সাত সংখ্যাটোৰ বাহিৰে বাকীবোৰ সংখ্যা বোকা-মাটিৰে তুল গৈ থকা বাবে দেখা নাপালে। হতাশ ভাবে থিয় হৈ মটৰ যোৱাৰ ফাললৈ লক্ষ্য কৰোঁতেই মটৰখনে ঘূৰি চকুৰ আঁতৰ হলত 'এবাউট-টাৰ্ণ' কৰি লৰি যোৱাদি গৈ ডাক বঙলাৰ বাৰাণ্ডা পালে। চিৰি তিনিটা উঠিয়েই বাৰাণ্ডাত পৰি থকা মানুহ এজন দেখি টৰ্চ লাইটৰ পোহৰ পেলাই চালে। তাৰ হাতে ভৰিয়ে বন্ধা আৰু মুখতো কাপোৰৰ সোপা দিয়া। ওচৰলৈ গৈ মুখৰ সোপাটো উলিয়াই পেলাই দেখিলে যে মানুহজন অচেতন। 'যি সন্দেহ কৰিছিলো সেয়ে হল' বুলি নিজৰ মনতে উচ্চাৰণ কৰি মানুহজনৰ চেতনা ফিৰাই আনিবলৈ চেষ্টা নকৰি পোনেই আলহীৰ তালিকাখন চালেগৈ। মালতীৰ ৰূম নম্বৰ পোন্ধৰ দেখি ৰূমটো বিচাৰি গল। এয়া একৈশ-কুৰি-উনৈশ নম্বৰ কোঠা ভিতৰৰ পৰা বন্ধ। তাৰ পিছত ওঠৰ-সোতৰ আৰু যোল্ল নম্বৰত তলা লগোৱা। সেই কেইটা কোঠালী যেন জাপ মাৰি চেবাই আহি পোন্ধৰ নম্বৰ ৰূমৰ সমুখত থিয় হৈ স্তব্ধ হৈ ৰ'ল— কোঠালীৰ দুৱাৰ মেলা হৈ আছে ভিতৰখন অন্ধকাৰ। এখন্তেক মাত্ৰ, তাৰ পিছতে টৰ্চৰ পোহৰ পেলাই কোঠাৰ ভিতৰত সোমাই ইলেকট্ৰিক লাইট জলাই দিলে। শোৱনি কোঠাত সোমাই তাৰো লাইট জ্বলাই দিলে।

কেপ্টেনৰ মনত এনেহে লাগিল যেন শূন্য কোঠালী দুটাই তেওঁক

দেখি বিদ্রূপৰ হাঁহি মাৰিলে। তেওঁৰ খঙে চুলিৰ আগ পালেগৈ যদিও ধৈর্য্য নেহেকুৱাই ততালিকে কর্ত্তব্য স্থিৰ কৰি পেলালে বিছনাখনলৈ চাই বুজিলে যে মালতী টোপনিত লালকাল দি থাকোঁতে শত্রুৱে হঠাৎ আক্রমণ কৰিছিল আৰু হয়তো উভয়ৰ যুঁজ বাগৰত বিছনাখন ওলট পালট হৈ পৰিছে। মজিয়াৰ ওপৰত গুৱাটীলৈ লিখা চিঠিখন আৰু পোর্টফলিও বেগটো পৰি আছে। সৰু মেজখন উলটি পৰি আছে। গাৰু ছুটা বিছনাৰ ওচৰত পৰি আছে। কেপ্টেনে চাৰিওফালে নিৰীক্ষণ কৰিও মালতীৰ ভেনিটী বেগটো কতো নেদেখিলে। সেই অকনমান বেগটোত মালতীৰ নানা তৰহৰ বস্তু আৰু অস্ত্র-শস্ত্র পর্য্যন্তও থাকে আৰু মালতীয়ে তাক মৰিলেও লগৰ পৰা নেৰে। শোৱাৰ সময়ত হাতৰ বাউসীত নাইবা ভিঙিত আঁৰি লৈ শোৱে নে নোশোৱে তাকেহে কেপ্টেনে বুজিব নোৱাৰে। যদি বেগটো শত্রুৱে হাত কৰিছে তেনেহলে মালতী সম্পূর্ণ অসহায় আৰু যদিহে ইয়াত নাইবা বাহিৰত পৰি গৈছে তেনেহলে পুলিচৰ হাতত পৰিলে সর্ব্বনাশ। তাত মালতীৰ ক্ষুদ্র ৰিভালভাৰটোও থাকে।

কেপ্টেনে প্রথমে গুৱাহাটীলৈ লিখা চিঠিখন জেপত সুমাই ললে। পোর্টফলিও বেগটো যতে আছিল ততেই পৰি থাকিল। তেওঁ জানে যে ব্যৱসায়ৰ বাহিৰে তাত অইন কোনো গোপন কথা নাথাকে। গাৰু ছুটা অলপ দাঙি চাই অকণমান ৰিভলভাৰটো তাৰ মাজত পাই ততালিকে ট্রাউজাৰৰ ভিতৰ পকেটত সুমাই ললে। গাৰু ছুটা আগৰ ঠাইতে পৰি থাকিল। প্রাথমিক কর্ত্তব্য শেষ কৰি টেলিফোন বিচাৰিলে। কেপ্টেনে জানে যে মালতীয়ে বেছি ভাড়া দি হলেও টেলিফোন থকা ৰূম লয়।

বাহিৰৰ কোঠালীত টেলিফোনটো দেখি ৰিচিভাৰ লৈ দলপতিৰ

ফোন নম্বৰৰ লগত সংযোগ বিচাৰি কাণ পাতি ৰৈ থাকিল। এক চেকেণ্ডকে তেওঁৰ এযুগ বুলি ধাৰণা হল। অলপ পিছতে আনমূৰৰ পৰা অহা দলপতিৰ মাত শুনি উত্তেজিত ভাবে যদিও আনে নুশুনাকৈ সৰু মাতেৰে কলে "গোসাঁই, আমাৰ মালতী ভনীক কোনোবা দুৰ্ব্বৃত্তই অপহৰণ কৰিছে। ভীমে দুঃশাসনৰ ৰক্তপান কৰিছিল—মইও আমাৰ মাজত কলিৰ ভীমসেন। দুৰ্ব্বৃত্ত আততায়ী য'তেই লুকাই নাথাকক বিচাৰি উলিয়াই বজ্ৰ-কঠোৰ নিষ্ঠুৰ হাতেৰে নাক-কাণ কাটি নিপীড়ণ কৰি বাকী ছোৱা জীৱনৰ বাবে পঙ্গু কৰি থম। ৰক্ত পান কৰিলে তৎক্ষণাৎ মৰিব কিন্তু মোৰ যুগমীয়া শাস্তিত ক্ষণে ক্ষণে তিল তিলকৈ নিকাৰ ভুঞ্জি মৰিব। যদি প্ৰতিজ্ঞা ৰাখিব নোৱাৰো সেইদিনাৰ পৰা কেপ্টেন ভীমসেনৰ ছুৱামুখ কেৱে কতো নেদেখে।" বুলি বিচিভাৰ থৈ কানেকশ্চন কাটি দিলে।

আনমূৰে দলপতিৰ মূৰতো যেন জুই জলি উঠিছিল। তথাপি শান্ত মাতেৰে কলে "ভাইচাহাব, মই গৈ নাপাওঁ মানে তুমি কোনো উগ্র পথ নলবা, শুনিছা? অ' কেপ্টেন · এহ্ কানেকশ্চন কাটি দিলে···সৰ্ব্বনাশ কেপ্টেনৰ কেৱল হাতেই বজ্ৰ-কঠোৰ নহয়, মনটো ততোধিক। কোনো বিপদকে পৰোৱা নকৰে, তাতে আকৌ মালতীৰ ক্ষেত্ৰত জ্বলা জুইতো জাহ দিব।" বুলি জাপ মাৰি বিছনাৰ পৰা নামি সাজপাৰ পিন্ধিবলৈ ধৰিলে।

ইপিনে কেপ্টেনে দলপতিৰ লগত টেলিফোনৰ কানেকশ্চন কাটি দিয়েই ডিব্ৰুগড় সদৰ থানালৈ টেলেফোন কৰি মালতীৰ অপহৰণৰ কথা কৈ তুৰন্তে সহায় কৰিবলৈ অনুৰোধ কৰি দাৰোগাক কোনো কথা কবলৈ বা সুধিবলৈ সুযোগ নিদি কানেকশ্চন কাটি দিলে। কালিৰ দাৰোগা জনেই নিশাৰ ডিউটীত আছিল। মালতীৰ প্ৰভাৱৰ বাবে কালি কেনেকৈ বিলাসক খালাচ কৰি ঘৰত থৈ আহিবলগীয়া

হৈছিল মনত পৰি পলম কৰিলে আৰু বা কপালত কি আছে বুলি ভাবি অনিচ্ছা সত্বেও ততালিকে থিয় হ'ল।

দাৰোগালৈ টেলিফোন কৰি উঠি কেপ্টেনে পাছফালৰ দুৱাৰখন চালেগৈ। এপাত দুৱাৰ মেল খাই আছে। হয়তো সেই পিনেৰে আততায়ী সোমাইছিল আৰু যোৱাৰ সময়ত সমুখৰ দুৱাৰেৰে ওলাই গৈছিল। সেইবোৰ সৰু-সুৰা বিষয়ে আৰু বাৰাণ্ডাত পেলাই থোৱা মানুহটোৰ বিষয়ে পুলিচ আহি যি কৰে কৰক বুলি এৰি থৈ মালতীৰ মটৰখন আছে নে নাই চাবলৈ গ'ল। গেৰেজৰ বাঁহৰ দুৱাৰত তলা নাই। ভিতৰত মটৰখন আছে। ইঞ্জিন পৰীক্ষা কৰি বুজিলে যে অন্ততঃ চাৰিঘণ্টামানৰ আগেয়ে মটৰ আনি ৰাখিছিল, তাৰ পিছত উলিওৱা নাই। তাৰ পৰা কেপ্টেনে মনতে হিচাব কৰি স্থিৰ কৰিলে যে গধূলি প্ৰায় ন মান বজাত মালতী ইয়ালৈ উভতি অহাৰ পিছত আৰু বাহিৰ ওলোৱা নাছিল।

গেৰেজৰ পৰা ওলাই আহি বাৰাণ্ডাৰ ওচৰ পোৱাৰ লগে লগে কনিষ্টবল বাৰ জনমানৰ সৈতে পুলিচ ট্ৰাকত উঠি দাৰোগা উপস্থিত হ'লহি। কেপ্টেনক গেৰেজৰ ফালৰ পৰা অহা দেখি তাৰ কাৰণ সোধাত মটৰখন আছে নে নাই তাকে চাবলৈ যোৱা বুলি তেওঁ সমিধান দিলে। চিনাকি দিবলৈ যান-বাহন যোগনীয়াৰৰ প্ৰোপ্ৰাইটৰ হিচাবে নিজৰ নাম লিখা কাৰ্ড এখন দাৰোগাৰ হাতত দিলে।

কাৰ্ডটো পঢ়ি চাই দাৰোগাই সুধিলে "আপুনিও এই বঙলাতে থাকে নেকি ?"

"নাথাকো।" কেপ্টেনে উত্তৰ দিলে "কওঁ শুনক, আমাৰ চেক্ৰেটৰী মানে মিচ্ বৰা ব্যৱসায় উপলক্ষে ইয়ালৈ আহিছিল। তেওঁ কামৰ ৰিপোৰ্ট পঠোৱাৰ লগতে আমালৈ চিঠি লিখি জনাইছিল যে কোনোবা এজন অচিনাকি ডেকাই হেনো কেবাঘণ্টাও ডাকবঙলাৰ আগত পৰ

া আছিল আৰু আন এঠাইলৈও তেওঁক অনুসৰণ কৰা বুলি সন্দেহ ৰিছিল। তদুপৰি যোৱা ৰাতি কিবা এটা শব্দ শুনি সাৰ পাই ৱাৰ মেলি বাহিৰলৈ চোৱাৰ সময়ত চকীদাৰেও হেনো দূৰৈৰ ৰা ভূতৰ দৰে কিবা এটা দেখি খেদি আহিছিল। দুয়োজনে বিচাৰিও অৱশ্যে কাকো দেখা নাছিল। আজি আবেলি আমি এই াতৰি পাই কোনোবা দুৰ্বৃত্তৰ কু-অভিসন্ধি বুলি নিসন্দেহ হৈ পলম াকৰি আকাশী যানেৰে মই ইয়ালৈ আহি এক বজাত পাই পোনেই ইয়ালৈ আহিছো।"

"অ'...বলক তেন্তে, কোনটো কোঠাত মিচ্ বৰা আছিল তালৈ যাওঁগৈ।" বুলি খোজ লৈ চিৰিত ভৰি দিয়েই বাৰাণ্ডাত পৰি থক মানুহটো দেখি টৰ্চ লাইটৰ পোহৰ পেলাই সুধিলে "সৌটো কোন? কাণ্ড কি?"

কেপ্টেনে আলিত দেখা মটৰখনৰ কথা বৰ্ণাই উঠি কলে "চিৰিত ভৰি দিয়েই ইয়াক দেখিছিলো। তাৰ মুখত সৌটো সোপাও আছিল। সোপাটো উলিয়াই পেলাই দেখিলো যে সি অচেতন হৈ আছে। গাতকে তাৰ প্ৰতি চকু দি সময় নষ্ট নকৰি প্ৰথমে মিচ্ বৰাক বিচাৰি গলো আৰু তেওঁক নাপাই আপোনালৈ ফোন কৰিছো। ই কোন মই কেনেকৈ জানিম? তাৰ মুখৰ সোপাটো উলিয়াই পেলোৱাৰ বাহিৰে মই তাক আৰু লৰাচৰা কৰা নাই আৰু মিচ্ বৰাক নাপাই তেওঁৰ-ৰুমৰ টেলিফোন ব্যৱহাৰ কৰাৰ বাহিৰে কোনো বস্তু স্পৰ্শ কৰা নাই।"

"ভাল কৰিছে।" বুলি দাৰোগাই মানুহজনৰ ওচৰলৈ গৈ ভালকৈ চাই কলে "ইয়েই চকীদাৰ।" বুলি দুজন চিপাহীক তাৰ শুশ্ৰূষা কৰিবলৈ দি অনৰ্থক আঠজনক বঙলাৰ চাৰিওফালে পহৰা দিবলৈ পঠাই বাকী দুজন চিপাহীক লগত লৈ কেপ্টেনৰ পাছে

পাছে মালতীৰ কমলৈ আগবাঢ়িল। দুয়োটা কোঠালীত সোমাই চালে। টৰ্চৰ পোহৰ পেলাই দুৰ্ব্বৃত্তৰ কিবা শুংসূত্ৰ পায় নে নাপায় ভালকৈ বিচাৰিলে। তাৰ পিছত পাছফালৰ দুৱাৰলৈ গৈ আবিষ্কাৰ কৰিলে যে দুৱাৰৰ স্ক্ৰু খুলি এপাত দুৱাৰ মেলি সেই-পিনেৰে সিহঁত সোমাইছিল। সেই দুৱাৰেৰে পাছফালে নামি ঘাঁহৰ ওপৰত টৰ্চ লাইটৰ পোহৰ পেলাই কিছু দূৰলৈ চালে কিন্তু কোনো ৰকমৰ শুংসূত্ৰ নাপাই উভতি আহি আকৌ কোঠাত সোমাই সুধিলে "তেওঁৰ কি বস্তু চুৰি হৈছে আপুনি কব পাৰিব নহয় ?"

গম্ভীৰ হৈ কেপ্টেনে অলপ বিৰক্ত ভাবেৰে কলে "মানুহজনীৰ বাহিৰে আৰু কিবা যদি চুৰি হৈছে নাজানো আৰু সেইবোৰৰ আৱশ্যকো নাই। যদি পাৰে অতি শীঘ্ৰে তেওঁক বিচাৰি উদ্ধাৰ কৰি দিয়ক।"

"যদি কিয় কৈছে ? নিশ্চয় উদ্ধাৰ কৰিম। তাৰ আগেয়ে কিবাকিবি শুংসূত্ৰ পাব লাগে। তেনে নহলে ধৰিম কিহত ? গতিকে প্ৰথমে তাকেহে বিচাৰি চাওঁ।" বুলি কৈ মালতীৰ বিছনাখন ওলট পালট কৰি চালে। গাৰু দুটা মজিয়াৰ পৰা তুলি ওলোটাই চাই বিচনাত থলে। বাগৰি পৰি থকা সৰু মেজখন লাঠি মাৰি আঁতৰ কৰি মালতীৰ পোৰ্টফোলিও বেগটো তুলি আনি হাতত ললে। বাহিৰৰ কোঠালৈ আহি চকী এখনত বহি বেগটো টেবিলত থৈ মেলি লৈ তাৰ ভিতৰৰ কাকত পত্ৰবোৰ উলিয়াই চাবলৈ ধৰিলে।

অধৈৰ্য্য ভাবে কেপ্টেনে কলে "সেইবোৰ ব্যৱসায় সম্পৰ্কীয় কাকত-পত্ৰ আৰু অৰ্ডাৰ আদিৰ নকল। তাত কিবা শুংসূত্ৰ পাব বুলি মই নাভাবো।"

গৰ্ব্ব কৰি দাৰোগাই কলে "আপুনি নাভাবিলেও মই ভাবো।

কাৰণ তেওঁ কাৰ কাৰ লগত সাক্ষাৎ কৰিছিল ইয়াতে ওলাই পৰিব নহয়। তেতিয়া তদন্তৰ সুবিধা হব। এই বিষয়ে আপোনাৰ অভিজ্ঞতা নাই। গতিকে…”

বাধা দি কেপ্টেনে কলে “অভিজ্ঞতা নাই সঁচা কিন্তু সাধাৰণ জ্ঞানৰ পৰা ইয়াকে কব পাৰো যে মিচ্ বৰাই দেখা কৰা মানুহ বা প্ৰতিষ্ঠানৰ কোনেও এই কাম কাম কৰা নাই। অৱশ্যে নামবোৰ আপোনাৰ নোট বহীত লিখি ললে সেই সকলৰ লগত দেখা কৰি আপোনাৰ তদন্তৰ অন্ত কৰি ৰিপোৰ্ট দিবলৈ সুবিধা পাব পাৰে।”

খং কৰি দাৰোগাই কলে “মনে মনে থাকক। আপোনাৰ পৰা মই অনুসন্ধানৰ বুদ্ধি শিকিব নোখোজো।”

অগত্যা কেপ্টেনে চকী এখনত বহি উচ্পিচ্ কৰি চিগাৰেই এটা জ্বলাই হুপিবলৈ ধৰিলে। তাৰ পিছত কলে “দাৰোগাবাবু, মিচ্ বৰাৰ মটৰখনেৰে মই এবাৰ বিচাৰি চাই আহিব খোজো। ইতিমধ্যে আপুনি ইয়াৰ কাম শেষ কৰি নিজৰ মতে বিচাৰিবলৈ যাওক। মইতো আৰু আপোনাৰ লগত বন্দী হৈ থকাৰ কোনো দৰকাৰ নেদেখোঁ।”

দাৰোগাই কাকতৰ পৰা মূৰ তুলি কেপ্টেনৰ মুখলৈ কঠোৰ দৃষ্টি কৰি কলে “মোৰ কাম নহয় মানে আপুনি ইয়াতে থাকিবই লাগিব। এই কাম যে আপোনাৰ নহয় কোনে কব? চকীদাৰৰ জ্ঞান আহিলে তাক সুধি চাম। যদি সি আপোনাক চিনাক্ত নকৰে তেতিয়া অৱশ্যে যাবলৈ দিম।”

কেপ্টেনৰ ইচ্ছা হল যে দাৰোগাৰ মুখত ঘুচি এটা মাৰি বগৰাই থৈ গুচি যাব। হাত দুখনৰ মাংস-পেশী টান হৈ উঠিল। মুখখনে কঠিনাকৃতি ধৰিলে যদিও ততালিকে মুখৰ ভাব সুলনি কৰি চিগাৰেটত দুহোপা মাৰি বুদ্ধি এটা সাজি শান্ত মাতেৰে কলে “দাৰোগাবাবু, মিঃ

বিজতৰীয়া আমাৰ বহুতদিনীয়া ডাঙৰ গ্ৰাহক। মিচ্ বৰাক তেখে
বৰ ভাল পায়। মিচ্ বৰাই তেখেতক দুৰ্ব্বৃত্তৰ সম্পৰ্কে কিবা কৈছি
নেকি সৌ টেলিফোনেৰে সুধি চামনে ?”

ডাক বঙলা পোৱাৰ পিছত দাৰোগাই কালিৰ কথা পাহৰিছিল
সৰ্ব্বসাধাৰণ কেচত তদন্ত কৰাৰ দৰেই আৰম্ভ কৰিছিল। কেপ্টেন
কথা শুনি প্ৰায় চক খোৱাৰ দৰে কাকতৰ পৰা চকু তুলি তেওঁৰ মুখলৈ
চাই অতি নৰম সুৰত কলে “নালাগে ডাঙৰীয়া, তেখেতৰ টোপনি
ব্যাঘাত ঘটাব নালাগে। পুৱা সুধিলেও হব। মই আছো যেতি
আপুনি কোনো চিন্তাকে নকৰিব। ভাত পানী এৰি দিনে নিশাই চে
কৰি হলেও যেনেতেনে মিচ্ বৰাক বিচাৰি উলিয়াম আৰু দুৰ্ব্বৃত্তকে
গ্ৰেপ্তাৰ কৰিম। ভাল কথা, আপুনি এটা পাক মাৰি আহিব খুজিছি
নহয়, কিবা লাভ হব বুলি মই নাভাবো। ইচ্ছা কৰিলে আপোন
লোকৰ মটৰখন লৈ গৈ আহিব পাৰে।”

দৰবে গুণ দিয়া দেখি কেপ্টেনে পেটে পেটে হাঁহিলে। নিৰ্ব্বিকা
ভাবেৰে চিৰাৰেটত এহোপা মাৰিলে। সেই সময়তে চকীদাৰক লৈ
দুজন কনিষ্টবল সোমাই আহিল। দাৰোগাই তাৰ মূৰৰ পৰা ভৰিলৈ
এবাৰ চাই প্ৰশ্ন কৰিলে “কি অ' চকীদাৰ, তোক কোনে মাৰি বান্ধি
থৈছিল কচোন ?” বুলি কেপ্টেনলৈ আঙুলিয়াই আকৌ সুধিলে
“এখেত আহোতে তই কি কৰিছিলি ?”

দাৰোগাৰ প্ৰশ্নৰ উত্তৰত চকীদাৰে কলে বোলে সি কেপ্টেনৰ
দেখা নাছিল। দহ বজাত মাইজী শোৱাৰ সময়ত তাক মাতি আনি
কৈছিল বোলে কালিৰ দৰে আজি নিশাও ভূত আহিব পাৰে। সি
ভালকৈ পহৰা দি থাকিব লাগিব। মাইজী তাক পাচ টকা বকচিশে
দিছিল। সি তাৰ খুকৰিখন হাতত লৈ বাৰাণ্ডাত টহল দি আছিল।
বাৰ বজাৰ কোব মৰাৰ পিছত কিমান সময় গৈছিল সি নাজানে,

। ক'লা ভূতে তাৰ পাছফালৰ পৰা তাক জপতিয়াই ধৰি বগৰাই লায়। সি তাৰ খুকৰি চলাইছিল, এটা ভূতে হাতত জখম হোৱা ন শপত খাব পাৰে। কিজানি লগত আৰু বেলেগ ভূতো আছিল, ক কাবু কৰি খুকৰি কাঢ়ি নি হাতে-ভৰিয়ে বান্ধি মুখত সোপা য়ে। সি চিঞৰিবলৈ সময়কে নাপালে। তাৰ পিছত তাৰ মূৰত াবালত আৰু কি হল সি কব নোৱাৰে। যি দুটা ভূত সি দেখিছিল ইত একদম ক'লা আৰু বেছ শকত আৱত আছিল। পাছফালৰ া হঠাৎ নধৰিলে সি জৰুৰ দুয়োটাকে ঘাইল কৰিলেহেঁতেন। ইঁতৰ পোছাকো কলা আছিল। বুলি তাৰ কথা শেষ কৰি শেষত লে "হামি মেলিটৰীত চিপাহী আছিল হুজুৰ, আদমি হয় কি ভূত হয় সি পৰোৱা নাকৰে।"

কেপ্টেনে বুজিলে যে চকীদাৰৰ পৰা পাবলগীয়া সম্ভেদ আৰু একো াই। থিয় হৈ দাৰোগালৈ চাই কলে "আশাকৰো মই এতিয়া ওলাই াৱাত আৰু কোনো আপত্তি নাই?"

দাৰোগাই কলে "নিশ্চয় নাই। মইতো আপোনাক অধনিয়ে যাব কছো।"

কেপ্টেনে ওলাই গৈ মালতীৰ মটৰত উঠি বহি মটৰ চলাই দিলে মালিত উঠি আগৰ মটৰখন যি বাটেৰে নেদেখা হৈ গৈছিল সেই াটেৰে মটৰ ঘূৰাই দিলে। তেওঁ ভালকৈ জানে যে মটৰ বা আততায়ী কাকো বিচাৰি পোৱা নাযাব। তথাপি তেওঁৰ তেজৰ তপত প্ৰবাহ অথবা মনৰ দাবাগ্নি কোনোটোৱেই তেওঁক নিষ্কৰ্ম্মা হৈ বহি থাকিবলৈ নদিয়ে। গতিকে চহৰখন দুই এবাৰ ঘূৰাৰ বাহিৰে উপায় নাই। াড়ীলৈ চালে, আঢ়ৈ বাজিছে। মনতে হিচাব কৰি চালে যে উগ্ৰগতি গুৱাহাটী পালেগৈ। দলপতিক লৈ যদি আকৌ উৰা মাৰে তেতিয়া হলেও চাৰে তিনিবজাতহে ডিব্ৰুগড় পাবহি। কিন্তু উগ্ৰৰ আকাশী

যানৰ যিহে তীব্ৰ বেগ হয়তো দুই বজাতে গুৱাহাটী পাইছে আৰু হয়তো তিনিবজাতে উভতি পাবহি। গতিকে আধাঘণ্টা সময় চহৰত ঘূৰি তিনিবজাত ফিল্ডলৈ যোৱাৰ স্থিৰ কৰি বৰ বেগেৰে মটৰ চলাই দিলে। উধামুধাকৈ আধাঘণ্টা ঘূৰি ফুৰি কোনো লাভ নহল। ঠিক তিনি বজাৰ লগে লগে উগ্ৰই আকাশী যান নমোৱা ফিল্ডৰ এচুকত মটৰ ৰখালে। তেওঁৰ অনুমান ঠিক হল। উগ্ৰই এইবোৰ কথাত অসাধ্য সাধন কৰিব পাৰে। তিনিমিনিট পিছতে উগ্ৰৰ আকাশী যানে সোঁ সোঁ কৰে ক'লা আকাশত শব্দ তুলি ক'লা অতিকায় চৰাই এটাৰ দৰে ফিল্ডৰ ওপৰেৰে এপাক ঘূৰিলে। কেপ্টেনে দুবাৰ লাইট জ্বলাই নুমাই সঙ্কেত দিয়াৰ লগে লগে ফিল্ডত নমালত মটৰ লৈ কেপ্টেন ওচৰ পালেগৈ।

মালতীৰ বাতৰি সংক্ষেপতে উগ্ৰক কৈ তেওঁক তেতিয়াই ওভোতাই পঠাই দুয়োজনে মটৰত উঠি বহিল। কেপ্টেনে জেপৰ পৰা মালতীয়ে লিখা চিঠিখন উলিয়ালত টৰ্চ লাইটৰ পোহৰত দুয়োজনে পঢ়ি শেষ কৰি অলপ সময়লৈ নিমাত হৈ থাকিল। তাৰ পিছত দলপতিয়ে কলে "চলোৱা ভাইচাহাব, সময় মূল্যবান।"

কেপ্টেনে মটৰ চলাই দিলে।

---

—পাচ—

কেপ্টেন ওলাই যোৱাৰ লগে লগে দাৰোগাই ভাবিলে যে মালতীৰ প্ৰভাব বিজতৰীয়াৰ ওপৰত বাকৈয়ে আছে। সেই ক্ষেত্ৰত এই অসময়তো এওঁ বিজতৰীয়াৰ ওচৰলৈ নিশ্চয় যাব পাৰে। গতিকে তাৰ পূৰ্ব্বেই অন্ততঃ কাম দেখুওৱা হিচাবে কিছু কৰ্ত্তব্য তৎক্ষণাত কৰা ভাল।

যদি দস্যুইঁতৰ মটৰখনৰ পায় তেতিয়াহলেতো দাও মাৰিলেই, নাপালেও অন্ততঃ ওপৰৱালা নিশ্চয় সন্তুষ্ট হব। তাকে ভাবি চাৰিজনক তাতে পহৰা দি থাকিবলৈ হুকুম দি বাকীকেজনৰ সৈতে মটৰত উঠি পোনেই থানালৈ গল। সহকাৰী এজনক আদেশ দিলে যে তেওঁ লগতে গৈ ডিব্ৰুগড়ৰ চহৰৰ পৰা ওলাই যোৱা আটাই কেইটা ৰাস্তাৰ মূৰত পহৰা ৰাখি বাহিৰ ওলাই যাব খোজা মটৰবোৰ ৰখাই চাব লাগে। বিশেষকৈ যি মটৰৰ নম্বৰ প্লেটত সাত সংখ্যাটো থাকে সেইখন জব্দ কৰিবই লাগে। সহকাৰীয়ে চিপাহী কিছুমান লৈ ততালিকে ট্ৰাক এখনেৰে আদেশ পালন কৰিবলৈ গল।

মালতীৰ পোৰ্টফোলিও বেগটো দাৰোগাই লৈ আহিছিল। কাকতকেইখন আকৌ এবাৰ উলিয়ালে। ঘড়ীলৈ চালে, তিনি বাজিবলৈ পোন্ধৰ মিনিট আছে। দাৰোগাই হামি এটা মাৰিলে। চিগাৰেট এটা জলালে। চকু মুদ খাই যাব খোজে। আকৌ হামি আহিল। কাকতবোৰ বেগটোত সুমাই লৈ থিয় হৈ ভাবিলে তিনি ঘণ্টাত এঘুমটি ভালকৈ হব। পুৱা চাহ টোপা খাই গাত বল বান্ধি নামবোৰ পঢ়ি চাই সেই মতে দেখা কৰিলেও কোনো পলাই নাযায়। এতেকে···

ইপিনে ফিল্ডৰ পৰা আলিত মটৰ উঠাৰ লগে লগে দলপতিয়ে কলে "অইন কথা পিছতো হব। প্ৰথমে আমি বিলাসক লগ ধৰি কেইটামান বিষয়ে জানিব লাগে ভাই চাহাব। বিলাসৰ ঘৰ বিচাৰি উলিয়াব পাৰিবানে ?"

কেপ্টেনে উত্তৰ দিলে "পাৰিবই লাগিব ককাইদেও। চেষ্টা কৰি চাওঁগৈ বলক। আমোলাপটিৰ এচুকত তেওঁৰ ঘৰটো বুলি লিখিছিল মালতীয়ে। আৰু পহৰা দি থকা মানুহজন এশ ফুটমান আঁতৰত আলিৰ দাঁতিত থকা বকুল গছ এজোপাৰ আঁৰত থিয় হৈ থকা

দেখিছিল। গতিকে মবটো মই নিজ চকুৰে দেখাৰ দৰে লাগিছে।” বুলি মটৰ বেগেৰে চলাই দিলে।

কেবাটাও ভাজ ঘূৰি গৈ দুশ ফুটমান দূৰত থকা সন্মুখৰ তিনি আলিৰ চুকটোৰ বাওঁহাতেৰে ঘূৰিলেই আমোলাপটিৰ ভিতৰ সোমাব পাৰিব। এনেতে সেইফালৰ পৰা মটৰ এখন বেগেৰে আহি বিপৰীত ফাললৈ লৰ মাৰিলে। পথালি ভাবেৰে কেপ্টেনৰ মটৰৰ সন্মুখেৰে পাৰ হৈ যোৱাবাবে নম্বৰ প্লেট চাবলৈ সুবিধা নহল যদিও কেপ্টেনৰ চকু উজ্জ্বল হৈ উঠিল। “পাইছো ককাইদেউ, সৌখন।” বুলি মটৰৰ স্পীড আৰু বঢ়াই দি বাওঁহাতৰ সলনি সোঁ হাতেৰে মটৰ ঘূৰাই দিলে। কোনোমতেহে মটৰ নৰ্দ্দমাত নপৰি ৰক্ষা পৰিল। সাৱধান হৈ থকা বাবে দলপতিয়ে খুন্দা নোখোৱাকৈ থাকিল। ইতিমধ্যে আগৰ মটৰখনে বেছি ব্যৱধানলৈ গৈছিল আৰু বাওঁফালে ঘূৰিছিল যদিও তাৰ পাছফালখন নজৰত পৰিল। কেপ্টেনৰ মটৰেও কেই চেকেণ্ডমানতে সেইপিনেৰে মুখ ঘূৰালে। দুয়ো মটৰৰ ব্যৱধান আৰু অলপ বাঢ়িল। আগৰখনে আকৌ সোঁফালে ঘূৰিল। তাৰ নেজ দেখে যদিও দলপতিয়ে নম্বৰ চাবলৈ কোনোমতে সুবিধা নাপাই সন্দেহ-জনক কিবা শব্দ উচ্চাৰণ কৰা শুনি দৃঢ় ভাবে কেপ্টেন কলে “নম্বৰ নেদেখিলেও লোকচান নাই। এইখনেই সেই মটৰ ককাইদেও, মোৰ চকুৱে ভুল নকৰে।” আকৌ স্পীড বঢ়ালে কিন্তু বৰ চেষ্টা কৰিও ওচৰ চপাব নোৱাৰিলে। আকৌ দুটা ভাজ ঘূৰি নৈৰ পাৰৰ ৰাস্তাৰ ফালে ওলাল। কিন্তু গড়াখহনীয়াই ঠায়ে ঠায়ে ৰাস্তাৰ ওচৰলৈ খহাই নিয়াত সেইপিনে বন্ধ কৰি দিছে।

ব্ৰেক ধৰি মটৰ ৰাখি তৎক্ষণাত মটৰ ঘূৰাই ললে। আগৰ মটৰ নেদেখিলেও হতাশ নহৈ আকৌ জোৰেৰে চলাই দিলে। অলপ দূৰ যোৱাৰ পিছত মাজ বাটতে ৰৈ থকা পুলিচ পহৰাই দূৰৰ পৰাই

টোকোন দাড়ি মটৰ আগুৱাবলৈ বাধা দিয়াত সিহঁতৰ ওচৰ পাই মটৰ ৰখালে। সিহঁতৰ পৰা জানিলে যে কোনো মটৰ চহৰৰ বাহিৰ হবলৈ নিদিয়ে। আটাইবোৰ বাটৰ মূৰত দাৰোগাই পুলিচ পহৰা ৰাখিছে। আৰু সকলো মটৰ খানাতালাচ কৰিবও কৈছে।

সিহঁতৰ কথা শুনি কেপ্টেনে ভালেই পালে আৰু বিজতৰীয়াৰ নামেই যে ইমান সোনকালে এই কাম কৰিছে তাৰবাবে মনতে হাঁহিলে। তাৰে এজনক চিনি পাই নিজৰ মুখত টৰ্চৰ পোহৰ পেলাই কলে এঘণ্টা আগেয়ে তুমি ডাক বঙলাত মোক দেখা নাছিলানে? মই বাহিৰ ওলাই যাব অহা নাই। সেই মটৰখনহে বিচাৰি ফুৰিছো।"

পহৰাটোৱে কেপ্টেনক চিনি পাই উভতি যাবলৈ দি আগৰ ঠাইত থিয় হলগৈ। মটৰ ঘূৰাই লৈ অলপ আঁতৰি কেপ্টেনে কলে "বিজতৰীয়াৰ নামেই কাম কৰিছে ককাইদেও। মটৰ ওলাই যাব নোৱাৰে গতিকে আমাৰ কাম উজু হল। এতিয়া আপোনাক ডাক বঙলাৰ কোঠা এটা লৈ শুৱাই থৈ মই ওলাই যাওঁগৈ। আপুনি এঘুমটি মাৰিব বলক।"

দলপতিয়ে কলে "মইতো গুৱাহাটীত তিনিঘণ্টা বৰ আৰামেৰে শুই আছিলো। টোপনিৰ আৱশ্যক তোমাৰহে ভাইচাহাব। তদুপৰি টেলিফোনতে তুমি যি প্ৰতিজ্ঞা কৰিছিলা তাকে শুনি মই তোমাক অকলে এৰি দিব নোৱাৰো। আৰু এটা কথা—হঠাৎ উত্তেজিত হৈ টেলিফোনতে তুমি সেইবোৰ কথা কৈ বৰ অন্যায় কৰিছা। ভিতৰৰ জ্বলা জুই কুৰাত বাহিৰৰ বতাহ লাগিব দিলে কেতিয়াবা সেয়েই দাবাগ্নি মূৰ্ত্তি ধৰি নিজকে পুৰি মাৰিবলৈ পলম নহব।"

"ক্ষমা কৰিব গোসাঁই। আপোনাৰ নিচিনা ধীৰ স্থিৰ ভাবে মন সংযত কৰি থাকিবলৈ বহুত চেষ্টা কৰিছো যদিও মালতীৰ ক্ষেত্ৰত

হঠাতে পাহৰি গৈছিলো। এতিয়াৰ পৰা আপোনাৰ উপদেশ মা
নিশ্চয় চলিম। কিন্তু মই এতিয়াই কৈ থলো গোসাঁই, মালতীক উদ্ধ
কৰিলেও সেই নৰপশু নিশাৰ ভূতক উপযুক্ত শাস্তি নিদিওঁ মানে মে
অন্তৰৰ জুই নুনুমায়।"

দলপতিৰ মুখৰ হাঁহি আজি ক'ৰবাত লুকাইছে। কথাবোৰ
শান্ত ভাবেৰে কৈছে যদিও সেয়ে যেন কিবা এটা সাংঘাতিক ভাবৰ
প্ৰকাশ কৰিছে। চিগাৰেটত দীঘলকৈ এহোপা মাৰি কলে "মাল
ভনীৰ প্ৰতি আমাৰ আটাইৰে এই চেনেহ অটুত থাকক, মই তাকে
বাঞ্ছা কৰো। ডাঃ ৰায় গুৱাহাটী পোৱাহি নাই। পাৰ্থ, হেমিন্ট
আৰু মাধৱে উগ্ৰৰ মুখে খবৰ পালে যে কি ৰূপ ধৰে তাক কো
নাৰায়। উগ্ৰগতিয়ে ৰুদ্ৰ মূৰ্ত্তি ধৰিছিল যদিও মোৰ উপদেশ মানি চলি
বুলি কথা দিছে। যি নহওক, সম্প্ৰতি বিলাসৰ ঘৰলৈ মটৰ চলোৱা
তাৰ পিছত অন্য কৰ্ত্তব্য স্থিৰ কৰিম।"

ভিতৰত তিৰোতা মানুহৰ কন্দাকতা আৰু আন মানুহৰ কথা
বাৰ্ত্তাৰ গোলমাল শুনি নঙলাত মটৰ ৰাখি অনুমানতে বুজিলে
সেইটোৱেই বিলাসৰ ঘৰ। দুয়োজনে জাপমাৰি মটৰৰ পৰা নাম
ঘৰৰ ভিতৰলৈ গল। চুবুৰীয়া চাৰিজন আৰু বুঢ়ী দুজনী গোটখাইছে
বিলাসৰ ঘৈণীয়েকে মাটিতে বহি কান্দি আছে। বাকীবোৰে প্ৰবো
দিবলৈ চেষ্টা কৰিছে। দুয়োজনে ঘটনাটো বুজিবলৈ বাকী নাথাকিল
তাৰে এজনক সুধি জানিব পাৰিলে তেতিয়ালৈকে কোনেও পুলিচত
খবৰ দিয়াও নাই। দলপতিয়ে আগ বাঢ়ি গৈ মৰমৰ মাতেৰে
নীৰলাক কলে যে এতিয়াই পুলিচ আনি বিলাসক বিচাৰি অনাই দিব।
কিন্তু তাৰ আগেয়ে ঘটনাটো কি ঘটিছিল সোনকালে কব লাগে।

দলপতিৰ চেনেহ বচন শুনি তেতিয়াহে নীৰলাই মূৰ তুলি তেওঁৰ
মুখলৈ চালে। সাম্য-সৌম্য দয়ালু মূৰ্ত্তি দেখি অন্তৰখনে ততালিকে

নিজৰ আপোনজন জ্ঞান কৰিলে। মনত দৃঢ় বিশ্বাস হল যে গিৰিয়েকক নিশ্চয় উদ্ধাৰ কৰি আনি দিব। উচুপি উচুপি কোনোমতে কলে যে তেওঁৰ মুখত টৰ্চ লাইটৰ পোহৰ পৰাত সাৰ পাই চিঞৰ মাৰি দিয়ে। সেই চিঞৰত গিৰিয়েকে সাৰ পাই আনখন বিছনাৰ পৰা জাপ মাৰি নামি আহে। সেই মুহূৰ্ত্ততে ভূতৰ দৰে মূৰ্ত্তি এটাই বিলাসক গৰা মাৰি ধৰে আৰু আন এটাই মুখত সোপা দিয়ে। গিৰিয়েকে তাক লাঠি মাৰি বগৰাই দিয়া দেখি টৰ্চ লৈ থকাটোৱে বিলাসৰ মূৰত আঘাত কৰে। তেওঁ অচেতন যেন হোৱাত তিনিওটা মূৰ্ত্তিয়ে দাঙি বাহিৰ উলিয়াই লৈ যায়। নীৰলাই ইমান সময়লৈ বাহ্যজ্ঞান লুপ্ত হোৱাৰ দৰে বৈ চাই আছিল। বিলাসক লৈ যাব ধৰা দেখি তেতিয়াহে জ্ঞান পাই সিহঁতৰ পাছে পাছে চিঞৰি বাহিৰলৈ ওলায় যায়। তাই আগ চোতাল পাওঁতে সিহঁতে বিলাসক মটৰৰ পাছৰ ছীটত তুলি দুজনে তাতে উঠি বহে আৰু আনজনে মটৰ চলাই তৎক্ষণাত নেদেখা হৈ যায়। তাইৰ কান্দোন শুনি চুবুৰীয়াকেজন সাৰপাই আহি তাইক আগ চোতালৰ পৰা তুলি আনি ভিতৰৰ বাৰাণ্ডাত বহুৱাই থয়।

দলপতিয়ে বুজিলে যে ইয়াৰ বেছি তাইৰ পৰা জনাৰ উপায় নাই। আকৌ এবাৰ তাইক সান্ত্বনা দি এতিয়াই পুলিচ লৈ আহিব বুলি কৈ কেপ্টেনৰ সৈতে ওলাই গল। থানাৰ সম্মুখত মটৰ ৰখালত দলপতিয়ে মটৰত বহি থাকি কেপ্টেনক থানালৈ পঠিয়ালে। থানাৰ চাৰ্জত থকা অফিচাৰজনক ঘটনাৰ কথা কোৱাত প্ৰথমে এজাহাৰ দিবলৈ কলে। নীৰলাৰ হৈ কেপ্টেনে লিখি দিয়াত অফিচাৰে কেপ্টেনক নানা প্ৰশ্ন সুধিবলৈ ধৰিলে যেন তেওঁহে চুৰ কৰি উঠি তালৈ গৈছে। কেপ্টেনৰ খং উঠিছিল যদিও তাক দমন কৰি শান্ত মাতেৰে কলে যে ডাক বঙলাত দাৰোগাই কোৱা মতে মালতীক বিচাৰিবলৈ গৈ সেইঘৰত কন্দাকতা শুনি খবৰ লৈ ঘটনাটো জানিব পাৰিছে। আৰু নীৰলাৰ

পক্ষৰ পৰা আহিবলৈ কোনো মানুহ নথকাত থানাত বাতৰি দিবলৈ আহিছে।

মালতীক বিচাৰিবলৈ দাৰোগাই কেপ্টেনক ভাব দিয়া বুলি শুনি অফিচাৰৰ সুৰ সলনি হল। কলে যে তেওঁ এতিয়া এজাহাৰখন বহীত এন্‌ট্ৰি কৰি থব আৰু পুৰা টাউন দাৰোগা নাইবা আন কোনোবা এজন তদন্তলৈ যাব।

হঠাৎ কেপ্টেনে উচ্চাৰণ কৰিলে "পুৰালে লক্ষ্মণ মৰে খাতাত তিনি মাহ" বুলি বহাৰ পৰা উঠি আকৌ কলে "মোৰ কৰ্ত্তব্য মই কৰিলো। আপোনাৰ কৰ্ত্তব্য আপুনি বুজে।"

তেওঁ খোজ লোৱা দেখি কিবা ভাবি অফিচাৰে কলে "আপুনি এখন্তেক ৰ'ব। চিপাহীৰে সৈতে সহকাৰী এজনক আপোনাৰে সৈতে পঠিয়াই দিওঁ, আপুনি ঘৰ দেখুৱাই দিবগৈ।" বুলি থিয় হৈ পহৰাত থকা চিপাহীটোক মাতি আন এজনক মাতি আনিবলৈ কলে।

কেপ্টেনে ওলাই গৈ মটৰত উঠি বহি দলপতিৰ লগত কথা পাতি থাকিল। কিছু সময়ৰ মূৰত কনিষ্টবল চাৰিজনৰ সৈতে আন এজনে পুলিচ ভানত উঠিলত আগে আগে মটৰ চলাই দিলে।

তেওঁলোক দুজনে যেতিয়া ডাক বঙলা পালেহি তেতিয়া পূবে পোহৰ হৈছে। মেনেজাৰক মাতি দলপতিয়ে ছদ্ম নামত আৰু কেপ্টেনে নিজ নামত যোল্ল আৰু সোতৰ নম্বৰ কোঠা ভাড়া লৈ সোমাল। দুয়োটা কোঠাৰ মাজত দুৱাৰ এখন থকা দেখি ভালেই পালে। বাথৰুমত গা ধুই দুয়োজনে একেলগে উপাসনাত বহিল। উপাসনা অন্তত ব্ৰেকফাষ্টৰ অৰ্ডাৰ দি সাজপাৰ পিন্ধি সাজু হল। খোৱা শেষ কৰি দলপতিয়ে কলে "ভাই চাহাব, তুমি মালতীৰ মটৰখন ব্যৱহাৰ কৰিব পাৰিবা কিন্তু মই মটৰ এখন পাওঁ ক'ত? পোৱাহলে দিনত আমি একেলগে ঘূৰি সময় নষ্ট নকৰো।"

"কোনো চিন্তা নাই ককাইদেও। যান-বাহন-যোগনীয়াবৰ এজেন্ট ইয়াত আছে আৰু প্ৰোপ্ৰাইটৰো আছো। এখন কিয় দৰ্কাৰ হলে দুখনো আনি ব্যৱহাৰ কৰিব পাৰেঁ।।"

"ব'লা তেনেহলে প্ৰথমে তাকেই লওঁগৈ। বাওঁতে মটৰতে ভবিষ্যত কৰ্ম্মপন্থাৰ বিষয়ে আলোচনা কৰিম।" দুয়োজনে ওলাই গৈ মটৰত উঠি বহিল। কেপ্টেনে মটৰ চলাই দিলে।

দুপৰীয়া বাৰ বজাৰ লগে লগে দুয়োজনে দুকালৰ পৰা মটৰেৰে আহি ডাক বঙলাত উপস্থিত হ'ল। উভয়ে নিজ নিজ কোঠাৰ তলা খুলি ভিতৰ সোমাল। উভয়ে নিমাত। মুখ গম্ভীৰ। নীৰৱ ভাষাৰে উভয়ে উভয়ৰ অসাফল্যৰ কথা বুজালে। যন্ত্ৰ চালিতৰ দৰে দলপতিৰ কোঠালীত দুয়ো দুখন চকীত বহি চিগাৰেট হুপিবলৈ ধৰিলে। দলপতিয়ে বেল বজালত খানচামা তালৈ আহি চালাম দিলে। তাক খানা অনিবলৈ আদেশ দি দলপতিয়ে কেপ্টেনৰ মুখলৈ চাই থাকিল। কেপ্টেনৰ চকুৰ দৃষ্টি মজিয়াত। অলপ পিছতে খানা আহিলত দুয়োজনে বাথৰূমত মুখ হাত ধুই আহি বহিল। দলপতিৰ অন্তৰত যি ভাবেই নাথাকক মুখ প্ৰফুল্ল হৈছে। স্বভাৱ সুলভ হাঁহি মাৰি কলে "গোমথা মাৰি নাথাকিবা কেপ্টেন। খোৱাৰ সময়ত প্ৰফুল্ল মনেৰে খাব লাগে। তাৰ পিছত আৰাম কৰি টোপনি যোৱা। শুই উঠি আকৌ নতুন বল বুদ্ধিৰে আৰম্ভ কৰা যাব।"

কেপ্টেনে টেবিলৰ আনফালে মুখামুখি কৈ ৰহি মুখখন পাৰ্য্যমানে পোহৰ কৰি কলে "আপোনাৰ অতুল বুদ্ধি-কৌশল আৰু শাৰীৰিক শক্তিৰ নিচিনাই মনোবলো অসীম ককাইদেও। এই সদা প্ৰফুল্ল মুখ দেখিলে কোনে কব যে আপোনাৰ অন্তৰৰ দাবাগ্নি শিখা লক লক কৰি জিভা মেলি জ্বলিব লাগিছে। আপোনাক শতবাৰ সেৱা গোসাঁই।"

দলপতিয়ে কলে "মোৰ স্তুতি কৰাৰ আৱশ্যক নকৰে আৰু শতবাৰ সেৱা গ্ৰহণ কৰিব লাগিলেও মোৰ পক্ষে আধ্যা পৰিব ভাই চাহাব। তুমি মোতকৈ কোনো গুণে কম নোহোৱা, বৰং এখোপ চৰা বুলিহে মই ভাবো। যি নহওক, উভয়ৰ গুণানুকীৰ্ত্তন কৰি থাকিলে কোনো লাভ নহয়। থোৱা, আৰম্ভ কৰা।"

কেপ্তেনে কলে "পৰাজয়ৰ গ্লানিয়ে যে পেটত আভোক কৰিছে ককাইদেও…. .."

বাধা দি দলপতিয়ে কলে "পৰাজয় হোৱানো ক'ত দেখিলা? আমি এতিয়া তদন্ত আৰম্ভহে কৰিছো। যুদ্ধত ঝাঁপ দিয়াই নাই দেখোন? তেনেকথা নাভাবিবা কেপ্তেন। 'পা-জু'ৰ পৰাজয়, শব্দটো শুনোতেই কাণত শূলে বিন্ধে।"

"আপোনাৰ বলেই দলৰ বল। আপোনাৰ আদেশ শিৰোধাৰ্য্য গোসাঁই। সম্প্ৰতি এটা কথা শুনক; ইয়াৰ পুলিচ চাহাব মিঃ টকী মোৰ পুৰণি বন্ধু। দেখা কৰিবলৈ গৈছিলো। মানতো আৰু বিস্ময়ৰ ঘটনা কলো। তেওঁ সম্ভৱ অসম্ভৱ নানা ৰকমৰ হুকুম জাৰি কৰি গোটেইখন তোলপাৰ লগাই দিছে।"

ঈষৎ হাঁহি দলপতিয়ে কলে "বেচেৰাহঁতৰ খাটনি বহুত বাঢ়িব, দমক খাব আৰু আমাৰ কামত হয়তো অলপ বাধাৰ সৃষ্টি কৰিব, তাৰ বাহিৰে কিবা লাভ হব জানো? যি নহওক, তেওঁক জনোৱাটো নিশ্চয় তোমাৰ কৰ্ত্তব্য।"

"লাভো অলপ হৈছে ককাইদেও। সেই সাত সংখ্যাটো নম্বৰ প্লেটৰ মাজত থকা মটৰ কিমানখন আছে আৰু কাৰ নামত ৰেজেষ্ট্ৰি কৰা আছে তাৰে তালিকা এখন তৈয়াৰ কৰাই আবেলি মোক দিব খুজিছে।"

"এৰা" বুলি দলপতিয়ে অলপ ভাবি কলে "সেইখন হয়তো কামত

লাগিব পাৰে কিন্তু সেই ষাণ্ডাবে ঘূৰিলে আমাৰ কামত পলম হব হবলা। তথাপি ভালেই বুলি ভাবিছো। কেচু খান্দোতে সময়ত সাপো বাহিৰ হয় বুলি কয়।”

“আৰু এটা কথা আছে ককাইদেও, কিন্তু বৰ গোপন। টকীয়ে মোকহে কৈছে। আজিৰ ডাকত তেওঁ আৰু ডিটেক্‌টিভ ইনস্পেক্টৰ ভোলা বৰুৱাই বেনামী নোটিচৰ কপি একোখনকৈ পাইছে যে পোন্ধৰ অক্টোবৰ তাৰিখে ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ তহবিল দিন দুপৰতে লুটপাত কৰা হব। অ'ৰিজিনেল নোটিচখন কোম্পানীৰ মেনেজিং ডিৰেক্টৰ আশমান সিঙে পাইছিল। সাধাৰণ কাকতত টাইপ কৰা। সেইখনো সিঙে এচ. পি চাহাবক দি সহায় বিচাৰিছে। আজি বাৰ অক্টোবৰ গতিকে নিৰ্দ্দিষ্ট তাৰিখলৈ আৰু তিনি দিনহে সময় আছে।”

“ৰেকৰ্ড চুৰি” বুলি দলপতিয়ে কলে “তাৰ পিছত লুটপাতৰ নোটিচ! কিবা বুজিলানে ভাইটি?”

“ওঁহো, মই কোনো কথা তৰ্কিবকে পৰা নাই। পুলিচ চাহাব বৰ ব্যস্ত হৈ উঠি কৈছে যে এই কাম ‘পা-ফু’ দলৰ।” বুলি মুখ টিপি হাঁহি কেপ্টেনে সুধিলে “আপুনি কি বুজিলে ককাইদেও, কওকচোন?”

“মই কিয় কব লাগে? বুজিবলৈ চেষ্টা কৰিলে তুমিও বুজিব পাৰিবা। মোৰ বিশ্বাস সকলো বুদ্ধিবান মানুহেই পাৰিব। থাওক বাৰু; কোৱাচোন লুটপাত হব নিদিবলৈ পুলিচে কি সাৱধানতা অৱলম্বন কৰিব খুজিছে?”

“দিনে নিশাই পহৰা দিয়াৰ পৰা আৰম্ভ কৰি চোৰাংচোৱা ৰাখি যিমান দূৰ পাৰে সকলো বন্দবস্ত কৰিব বুলি কলে। পুলিচ বিষয়া মানে অ',চিৰ পৰা ওপৰৰ আটাইকেইজনে চাহাবৰ বঙলাত মিটিং কৰিছিল। ‘পা-ফু’ দলৰ এই কাম বুলি স্থিৰ কৰি মিঃ ভেভিডকো

জনাইছে। তাৰ পিছৰ কথা কালিলৈ হয়তো জানিব পৰা হব ককাইদেও।”

দুয়োজনৰ খোৱা হৈছিল। দলপতিয়ে ক'লে “বেছ, কালিলৈ জানিলেও হব। নাজানিলেও কোনো লোকচান নাই। আমাৰ নিজৰ কামতহে বেছিকৈ ব্যস্ত থকা ভাল হব। এতিয়া শোৱাগৈ যোৱা। চাবি বজাত উঠি তালিকাখন আনিবাগৈ দেই।”

---

—ছয়—

সেইদিনাখনেই। পুৱা দহ বজাত মালতীয়ে সাৰ পালে। চকু মেলিবৰ ইচ্ছা নহল, মূৰটো যেন পাতল লাগিছে, গাটো বৰ দুৰ্ব্বল, লৰচৰ কৰিবৰ ইচ্ছা নাই। মুখখন বতিয়াও বতিয়াও লাগিছে। পেটৰ নাড়ী-ভুৰি যেন ওলাই আহিব খোজে। তদুপৰি কিবা এটা উৎকট গোন্ধে আটাইতকৈ বেছি কষ্ট দিবলৈ ধৰিছে। আকৌ টোপনি যাবলৈ চেষ্টা কৰি অলপ সময় চকু মুদি পৰি থাকিল কিন্তু টোপনি নাহে। দুবাৰ মান ওকালি আহিল। চকু মেলিলে, দেখি আচৰিত হল যে নিজৰ ঘৰ নহয়। ভাবিলে, তেন্তে আস্পাতাল নেকি ? তেওঁৰ কিবা অসুখ হোৱাতো মনত নপৰে। তথাপি হঠাৎ কেতিয়াবাৰ পৰা কিবা টান নৰিয়াত ভুগিছে বুলি সন্দেহ কৰি সুঁৱৰিবলৈ চেষ্টা কৰিলে। কোনো কথা মনত নপৰিল। হঠাতে মনত পৰিল ডিব্রুগড়লৈ অহা কথা, তাৰ পিছত লাহে লাহে আটাইবোৰ ঘটনা মনত পৰিল।

শেষত কালি নিশাৰ ঘটনাটো স্পষ্টকৈ মনত পৰিল। তেতিয়া নিশা কিমান নাজানে। মালতীয়ে কিবা এটা শব্দ শুনি সাৰপাই চকু মেলিলে। ভয়ত চিঞৰি মূছকঁচ যোৱা বিধৰ ছোৱালী মালতী নহয়। গতিকে নিচিঞৰি আত্মৰক্ষাৰ চেষ্টা কৰিলে। বাউনীত আঁৰি লোৱা অৱস্থাত ভেনিটী বেগটো আছিল আৰু তাৰ ভিতৰত থকা অকণমান বেজীটো শক্তিশেলেৰে পূৰ্ণ হৈও আছিল। কিন্তু আন্ধাৰত কাকো নেদেখি শক্তিশেল প্ৰয়োগ কৰিবলৈ সুবিধা নাপাব বুলি ভাবি তৎক্ষণাৎ গাৰুৰ তলত লুকাই থোৱা শক্তিশালী ক্ষুদ্ৰ ৰিভলভাৰটোকে উলিয়াই সাজু হবলৈ চেষ্টা কৰি শোৱা অৱস্থাতে গাৰুৰ তললৈ হাত আগবঢ়াই দিলে। মনৰ ভাব আছিল তেওঁ এই ভাবে থাকিয়ে আততায়ীৰ অজ্ঞাতসাৰে সশস্ত্ৰ হৈ যুঁজ কৰিব। কিন্তু কাৰ্য্যক্ষেত্ৰত তাৰ ওলোটাহে হল।

আততায়ীয়ে ভালকৈ জানে যে মালতীৰ দৰে নিৰ্ভিকা মহিলা এগৰাকীয়ে অকলশৰে ডাকবঙলাত থাকিলে নিশ্চয় অস্ত্ৰ-শস্ত্ৰ আদি কিবা লগত ৰাখিবই আৰু ৰাতি সেইবোৰ নিৰাপদে ৰখা আৰু হাত মেলিলেই পোৱা ঠাই গাৰুৰ তল। মালতীয়ে দেখা নাছিল যদিও সিইঁতে আন্ধাৰত মালতীক দেখিছিল আৰু নিচেই ওচৰ পাইছিলহি। মালতীয়ে গাৰুৰ তললৈ হাত মেলোতেই জাপ মাৰি এজনে গাৰ ওপৰতে পৰি দুয়োহাতত বজ্ৰমুঠিৰে চেপি ধৰিলে। মালতীয়ে মুক্ত হবলৈ প্ৰাণপণে চেষ্টা কৰিলে যদিও তাৰ মুঠিৰ পৰা হাত উলিয়াবলৈ সুবিধা নাপালে আৰু উঠি বহিবলৈও সুবিধা নহল। সেইদৰেই যিমান দূৰ পাৰে তাৰ লগত যুঁজিলে। লথিয়ালে, কামুৰিবলৈ চেষ্টা কৰি তাৰ কোনো অঙ্গ মুখেৰে ঢুকি নাপাই গাৰ সকলো শক্তি প্ৰয়োগ কৰি বগৰাই দিবলৈ চেষ্টা কৰিলে আৰু কৃতকাৰ্য্যও হল। সি মজিয়াত পৰিল তাৰ বন্ধনত থাকি মালতী তাৰ বুকুৰ ওপৰত পৰিল। কিন্তু

সেই মুহূর্ত্ততে আন কোনোবাই মালতীৰ নাকেমুখে তুলাৰ সোপ দিলে। তেওঁ বুজিলে যে ক্লোৰোফৰ্ম। তাৰ পিছত কি হল মনত নপৰে।··মালতীয়ে উঠি বহিল। সোঁ হাতখনত লোৰ শিকলীৰে বান্ধি খাটৰ খুৰাত তলা লগাই থোৱা আছে। বাওঁহাতখন মুকলি হৈ আছে। তাৰেই গাৰ কানিকাপোৰ ভালকৈ লৈ আকৌ ওকালি মাৰিলে। তাৰ পাছত এবাৰ বতিয়ালে। নিৰ্জ্জীৱৰ দৰে আকৌ বিছনাত বাগৰি পৰিল। অলপ পিছতে আকৌ এবাৰ বতিয়াই সুস্থ যেন বোধ কৰিলে। পেট আৰু মূৰৰ অসুখ যেন আৰু নায়েই কেৱল গাটো অৱশ লাগিছে। বমি কৰাৰ সময়ত ভৰি পথানৰ ফালে মজিয়াত পৰি থকা নিজৰ ভেনিটী বেগটো দেখি মনত বৰ বং পালে। শৰীৰতো যেন শক্তিৰ সঞ্চাৰ হল। মনতে ভাবিলে যে শত্ৰুৱে সেইটো কেৱল স্নো-পাউদাৰ আদি তিৰোতাৰ অতি লাগতীয়াল সামগ্ৰী থকা বেগ বুলি ভাবি নিশ্চয় অৱজ্ঞাতে পেলাই থৈ গৈছে, খানাতলাচ কৰি চোৱা নাই। আৰু যদিহে চাইছে তথাপি নিশ্চয় তাৰ চোৰাং জেপখন আৱিষ্কাৰ কৰিব নোৱাৰিলে। তাতেই মালতীৰ অপৰাজেয় অস্ত্ৰ সঞ্চিত আছে। ততালিকে বেগটো আনি শক্তিমতী হবলৈ ইচ্ছা হল। কিন্তু হাতেৰে পোৱা দূৰৰ কথা ভৰিৰেও চুকি নাপালে।

কোঠাটোৰ একমাত্ৰ দুৱাৰখন মেলি কম বয়সীয়া তিৰোতা এজনী সোমাই আহিল। চেহেৰাখন যাৰপৰ নাই ক'লা। নাকে-কাণে সোণৰ ৰিং। ডিঙিত সোণৰ মাদুলী গঁথা মণি। পিন্ধনত ৰঙা শাৰী। মূৰৰ খোপাটো কাণৰ ওপৰত গুজি থোৱা। হাতত চাহৰ কেটলী, পিয়লা আৰু কেক-বিস্কুট চাৰিটা। হাহি নামাৰিলেও ক'লা ওঠৰ মাজেৰে কুচকীয়া বগা দাঁতবোৰ দেখা যায়। মালতীৰ পৰা অলপ দূৰত থিয় হৈ হাতঁৰবোৰ মূৰ শিতানৰ ফালে থকা সৰু টুলখনৰ ওপৰত থৈ তাই হাতেৰে দেখুৱাই খাবলৈ ইঙ্গিত দিলে। মালতীয়ে তাইৰ

মূৰৰ পৰা ভৰিলৈকে আকৌ এবাৰ নিৰীক্ষণ কৰি একেদৰে পৰি থাকিল। মানুহজনীয়ে আকৌ তুবাৰ আঙুলিৰে নিৰ্দ্দেশ দিয়াতো খোৱা বস্তুৰ ফালে নাচাই নিৰ্ব্বিকাৰ ভাবেৰে পৰি থকা দেখি তাই ভাবিলে যে মালতীৰ চেতনা হয়তো ভালকৈ অহা নাই। এইবাৰ মালতীৰ বাওঁহাতখনত ধৰি অলপ জোকাৰি দি মুখেৰে ফিচিক কৰে হাঁহি আগদাঁত কেইটা উলিয়াই ক'লে "চাহ খোৱা।"

মালতীৰ উদ্দেশ্য সিদ্ধি হল। মানুহজনীৰ চেহেৰা আৰু খোপাটো দেখি চাহ বাগিচাৰ পৰা অনা বুলি বুজিব পাৰিছিল। কথা নকৈ বাৰে বাৰে হাতেৰে নিৰ্দ্দেশ দিয়াত ভাবিছিল হয়তো বোবা। এতিয়া বুজিলে যে বোবা নহয়, তাইৰ গৰাকীৰ ইচ্ছামতেহে কথা কোৱা নাছিল। দুটা মাথো শব্দ কৈছে যদিও অসমীয়া ভালকৈ জানে বুলি বুজিব পাৰি আততায়ীৰ সম্পৰ্কেও ধাৰণা এটা কৰি ললে। তথাপি একেদৰে পৰি থকা দেখি মানুহজনীয়ে এইবাৰ বেছি জোৰেৰে মালতীৰ হাত জোকাৰি দি কলে "গৰম চাহ এপিয়লা খাই লুলে ভাল পাবা। সোনকালে খোৱা।"

মালতীয়ে ভাও জুৰি কথমপি মাত এষাৰ উলিয়াই কলে "বাওঁ হাতেৰে কেনেকৈ খাম ?"

মানুহজনীয়ে কলে "মই বহুৱাই দিওঁ, বহিলে ভাল পাবা আৰু খাবও পাৰিবা।" বুলি গাত ধৰি বহুৱাই দিলে।

মালতীয়ে আকৌ বাগৰি পৰি কলে "মূৰ ঘূৰাইছে। মই বাথৰুমলৈ যাব লাগে। মুখ-হাত ধুব লাগিব।"

মানুহজনীয়ে কিবা অলপ ভাবি কলে "তোমাৰ পাছফালে এইটো বাথৰুম। খাটখন মই দুৱাৰৰ ওচৰলৈ ঠেলি দিম। তুমি বাথৰুমৰ পৰা আহা। তাত পানীকলো আছে।"

মালতীয়ে কলে "এইদৰে বান্ধিথোৱা অৱস্থাত মই নাযাওঁ। বাওঁ-

হাতেৰে কোনো কাম কৰিব নোৱাৰো, কালি যুঁজ কৰোতে ভাগিছে হবলা। মই নাখাওঁ। তুমি সেইবোৰ লৈ যোৱা।"

মানুহজনী অলপ বিব্ৰত হ'ল। সৰুকৈ কলে "তোমাক খুৱালে চাহাঁৱে মোক খং কৰিব, ধমক দিব, মাৰিবও পাৰে। মই খুৱাই দিম খোৱা।"

"চাহাব? চাহাব কোন? নাম কি?"

মানুহজনীয়ে অসহায় ভাবে এবাৰ চাৰিওকালে চাই মালতীৰ কাণৰ কাষলৈ মুখ আনি সৰুকৈ কলে "আমাৰ চাহাব। নাম কব নাপায় নহয়। কথা কোৱাও মানা। কেৱল তোমাৰ মুখ দেখি কিবা মৰম লাগিলতহে মই কথা কৈছোঁ।"

মালতীয়ে সুধিলে "হয় নেকি? মানা কিয়? নালগে বাৰু। তোমাৰ নাম কি বাই? তাক কোৱাত জানো কিবা আপত্তি আছে? কোৱা বাই?"

"তোমাৰ লগত কথা পতা বুলি তুমি কাৰো আগত নোকোৱা যদি..."

"তোমাৰ শপত কেতিয়াও নকওঁ। আনৰ আগত কলেনো মোৰ কি লাভ হব? তোমাৰ নিচিনা গঢ়নৰ মোৰ বাইদেও এগৰাকী আছিল। তাকে মনত পৰিহে মই তোমাক বাই বুলিছোঁ। মোৰ নাম মালতী। তুমি মোক মালতী বুলিয়ে মাতিবা।"

মানুহজনীয়ে তুবাৰমান মালতীৰ মুখলৈ আৰু তুবাৰমান তুৱাৰৰ ফাললৈ চাই হুমুনিয়াহ কাঢ়িলে। কওঁ নকওঁ কৰি শেষত কলে "মোৰ নাম কলী কিন্তু আমাৰ নদী চাহাবে আৰু অইন সকলোৱে মোক ক'লীমেম বুলি মাতে।"

মালতীয়ে সুধিলে "নদী চাহাব? নদী চাহাবৰ ভাল নামটো কি কোৱাচোন?"

তেতিয়াহে কলীয়ে নিজৰ ভুল বুজিব পাৰি ভয়তে শেতা পৰিল। চকু দুটা কপালত উঠিল। কথাষাৰ বুজিব পাৰি মালতীয়ে মনত ৰং পালে যদিও প্ৰকাশ নকৰি গহীন ভাবেৰে কলে "তোমাৰ কোনো ভয় নাই বাই। মই কাৰো আগত নকওঁ। পিছে তুমি এতিয়া সেইবোৰ লৈ যোৱা মই নাখাওঁ।"

কলীৰ মনৰ ভয় নাতবিল। মালতীক বাৰে বাৰে খাবলৈ অনুৰোধ কৰিলে। শেষত মালতীয়ে কলে "তুমি দেখিছাই বাই যে মই বমি কৰিছোঁ। বাথৰূমলৈ নগলে পেট উথহিব। আকৌ বতিয়াম। যদি খাব লাগে শিকলিডাল খুলি দিয়া।"

আকৌ এবাৰ কলীমেমৰ চকু কপালত উঠিল। ভয়ে ভয়ে কলে "নদী চাহাবে মোক কাটিব।"

মালতীয়ে কলে "তেনেহলে তুমি যোৱাগৈ। মোৰ মূৰু ঘূৰাইছে, মই এতিয়া শুম। দিগদাৰ নিদিবা বাই।" মালতীয়ে চকু মুদিলে।

কলীমেম বিবুধিত পৰিল। এবাৰ ওলাই যাবলৈ খোজ ললে। তাৰ পিছত কিবা ভাবি পিয়লাত চাহ বাকি মালতীৰ মুখৰ ওচৰত ধৰিলে। চাহৰ গোন্ধ পাই মালতীয়ে ইচ্ছা কৰি ওকালি মাৰিলত পিয়লাটো ট্ৰেৰ ওপৰত থৈ বাহিৰ ওলাই যাবলৈ দুৱাৰৰ ওচৰ পালেগৈ। তাৰ পৰা কিবা ভাবি উভতি আহি চাহৰ সজুলিবে সৈতে ট্ৰেখন তুলি লৈ দুখোজ মান দিলে। মালতীৰ আধা জপোৱা চকুৰে সকলো লক্ষ্য কৰি আছিল। আকৌ এবাৰ ওকালি মাৰি কলে "বৰ গোন্ধাইছে বাই মোৰ বেগটো তুলি আনি ইয়াতে দি যাবানে?" তাকে শুনি ট্ৰেখন থৈ বেগটো আনি দিলত আকৌ মালতীয়ে কলে "বাই, তুমি এতিয়া যোৱাগৈ। মোক আৰু দিগদাৰ নিদিবা দেই।"

মেমে কলে "মুখুৱাকৈ গলে চাহাবে মোক⋯"

বাধা দি মালতীয়ে কলে "তুমি এনেকুৱা ঠাইত, এনেকুৱা অৱস্থাত

খাব পাৰা নে বাই? বাক কোৱাচোন তোমালোকে সকলোকে অস্তুৰ দৰে এনে ব্যৱহাৰ কৰা নেকি?"

ক'লীয়ে ক'লে "চাহাবে মোক কাটিব। বাক খুলি দিবলৈ হুকুম দিয়ে যদি চাবিটো মই খুজি আনোগৈ ব'বা।"

"তুমি চাহাবৰ মাৰ খাবও নালাগে, মোক খুলি দিবও নালাগে। কেৱল মোৰ প্ৰশ্নৰ উত্তৰ দি যোৱা—সকলোকে এনেকুৱা কৰা নেকি?"

"ওঁহো, অইনক ইয়াত বেছি সময় নাৰাখেই। তোমাক কিয় ৰাখিছে নাজানো। এৰা, এইদৰে কোনে খোৱাবোৱা কৰিব পাৰে? মই সুধি আহো ৰ'বা।" বুলি কৈ বেগাই ওলাই গৈ দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰি থৈ গল। তাৰে অলপ পাছতে আকৌ সোমাই আহি হাহি মাৰি কলে "মই চাহাবক কৈ দিলো—এইদৰ কোনে খাব পাৰে? তেওঁ তোমাক মুকলি কৰি দিবলৈ কৈছে আৰু যদি কোনো গোলমাল নকৰা তেনেহলে বান্ধি নথয়। পলাবতো নোৱাৰা, বাহিৰৰ দুৱাৰ বন্ধ আৰু ৰখীয়াও আছে।" তাৰ পিছত মালতীৰ কাণৰ কাষলৈ মুখ আনি ফুচফুচাই কলে "এইখন দুৱাৰৰ বাহিৰত চাহাব চুপি আছে। কথা পতা শুনিলে মোক কাটিব।" বুলি কৈ মালতীৰ হাতৰ শিকলীৰ তলা খুলি দিলে।

বাওঁহাতেৰে ধৰি সোঁহাতখন অতি কষ্টেৰে কেবাবাৰো কোঁচাই মেলি অলপ সুস্থিৰ হলত মালতীয়ে কলে "চাহাবক কৰা, পলাব পাৰিলেও মালতীয়ে চাহাবৰ লগত দেখা নকৰাকৈ পলাই নাযায়। এতিয়া যোৱা, যদি খুৱাবলৈ ইচ্ছা আছে তেন্তে গৰম চাহ আনাগৈ। এইবোৰ চেঁচা হল। মই বাথৰুমৰ পৰা আহো।" বুলি কলত ক'লীয়েয়ে সেইবোৰ তুলি লৈ ওলাই গল। যোৱাৰ সময়ত দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰি থৈ গল।

বহুত পৰৰ মূৰত মালতীয়ে ওলাই আহি দেখিলে যে ক'লীয়েয়ে

চাহ জলপান লৈ থিয় হৈ আছে। তাইৰ সহায়ত একমাত্ৰ লোৰ খাটখন একমাত্ৰ খিড়িকীখনৰ ওচৰলৈ নি তাতে বহি সেইবোৰ খাই বহুত পৰিমাণে সুস্থ হল। ক'লীমেমক দুই চাৰি আষাৰ কথা সুধিলে যদিও তাই চকু দুটা ডাঙৰ কৰি দুৱাৰৰ ফালে চাই নিমাত হৈ থাকিল। খোৱা হলত বাচনবোৰ লৈ ওলাই গৈ বাহিৰৰ পৰা দুৱাৰ বন্ধ কৰি দিলত মালতীয়ে পোন প্ৰথমে নিজৰ ভেনিটীবেগটো মেলি চালে। তাৰ সকলো বস্তু ঠিকমতে আছে দেখি বুজিলে যে আততায়ীয়ে সেইটো মেলি চোৱা নাছিল। মুখত পাওদাৰ আদি ঘহি মনটো অলপ প্ৰফুল্ল হলত চিন্তা কৰিবলৈ ধৰিলে।

ভাবিবলৈ বিশেষ একোৱেই নাই। কিয়নো শত্ৰুৰ কৱলৰ পৰা মুক্ত হবলৈ চেষ্টা কৰাৰ কোনো উপাই নাই। কেৱল শত্ৰুৱে কি উদ্দেশ্য লৈ তেওঁক অপহৰণ কৰি আনি বন্দীশালত থলে আৰু 'পা-ফু'ৱে কিবা উপায় কৰিব পাৰেনে নোৱাৰে টোৱেই তেওঁৰ প্ৰধান চিন্তা হ'ল। শত্ৰুৰ পৰিচয় বা উদ্দেশ্যৰ বিষয়ে মালতীয়ে কোনো গম পোৱা নাছিল গতিকে কোনো শুংসূত্ৰ জনাই অথবা দলৰ হাতত পৰাকৈ ৰাখি থৈ আহিব নোৱাৰিলে যদিও তেওঁ এটা বিষয়ত নিঃসন্দেহ যে এই ঘটনাৰ কথা বিজুলী বেগেৰে দলৰ কাণত নপৰাকৈ নাথাকে আৰু মালতীৰ অপহৰণৰ কথা শুনিলে আটাইকেজনে ভাত-পানী এৰি তেওঁক উদ্ধাৰ কৰিবলৈ আত্মজাহ দিব। দলৰ এগৰাকী হিচাবে তো কথাই নাই, তদুপৰি আটাই কেজনৰ চেনেহৰ ভনী মালতীৰ বিপদত প্ৰত্যেকে জুইত জাপ দিয়াত দৰে নিজেও বিপদ বৰণ কৰে। এনেকি এনেকুৱা ধীৰ-স্থিৰ মেধাৱী অথচ কূট-কৌশলী, চালাক-চতুৰ দলপতীয়েও সিবাৰ মালতীৰ কাৰণে নিজে বন্দী হৈ 'পা-ফু' দলৰ অস্তিত্ব লোপ কৰিব ধৰিছিল।*

* এই কাহিনী এই চিৰিজৰ ৮ম সংখ্যা শক্তিশেলত বৰ্ণোৱা আছে।

মালতীয়ে নিজকে নিজে গৌৰৱান্বিত বোধ কৰিলে। বহুল হিয়াখন কৃতজ্ঞতাৰে ওপচি পৰিল। গালেৰে চকুৰ পানী বাগৰি গল। মনত পৰিল দলপতীয়ে কোৱা—'আইটী, আমি সকলোৱে আইৰ পূজাৰী আৰু পূজাৰ বলি হিচাবে নিজৰ নিজৰ জীৱন উচৰ্গা কৰিছো। এতেকে বলিশালত ডিঙিটো আগবঢ়াই দিবলৈ সকলোৱে সদায় সাজু হৈ থাকিব লাগিব। মালতীয়েও অসমী আইৰ পদতলত প্ৰতিজ্ঞা কৰিছিল আৰু সদায় সাজু হৈ আছে। তদুপৰি দ্বিতীয় বাৰলৈ সুযোগ পাই নিজকে ধন্য মানিলে। মনৰ দুৰ্ব্বলতা বা ভয় তেওঁৰ নাই। অসহায় হলেও জীৱ-জন্তুৰ দৰে তেওঁ মৃত্যু বৰণ নকৰে—এই কথা ঠিক। সাহসৰ অভাৱ মালতীৰ নাই। উপস্থিত ক্ষেত্ৰত লাগে ধৈৰ্য্য আৰু কৌশল। 'দেখা-যাওক' বুলি চিন্তা কৰিবলৈ এৰি মালতী নিজৰ খাটখনৰ ওপৰত থিয় হল।

তেওঁ দেখিলে যে কোঠাটো দুমহলা যদিও পাছফালৰ চোতালত থকা ঘৰ এটা বাগৰি পৰিবলগীয়া অৱস্থাত বৈ আছে। পাছৰ ফালে একোকে দেখা নাযায়। ঘৰৰ ৰংটো দেখি বুজিবলৈ বাকী নাথাকে যে সেইটো পাগঘৰ আছিল। আধাবগৰা অৱস্থাৰ পৰা বুজিব পাৰি যে পাছফাল ডোখৰ নৈয়ে খহাই নিছে। এতিয়া খৰালি-মাহ। নৈৰ পানীৰ শব্দ নাই কিন্তু অলপ দূৰৈৰ পৰা অহা মানুহৰ নানা ৰকমৰ ক্ষীণ মাত বিলাকে নৈৰ কথাকে বুজায়। অৱশ্যে হালি থকা ঘৰটোৰ পাছফালে পানীত পৰা কিবা এটা বস্তুৰ শব্দৰ পৰা বুজিলে যে সেইখিনিতে নিশ্চয় গৰা এটাও আছে। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে গৰা-খহনীয়াৰ ভয়ত কোনোবা চহকী মানুহে এই ঘৰ এৰি পলাইছে আৰু সেয়েই এই বন্দীশাল সৃষ্টিৰ সুবিধা হৈছে। হয়োফালৰ চুবুৰীয়া বিলাকো হয়তো পলাইছে অথবা কোনো চুবুৰীয়া হয়তো নাছিলেই। খিৰিকীৰে কোনো ফালে দেখা নাযায়।

সেইদৰে কিমান সময় থিয় হৈ আছিল মালতীয়ে কব নোৱাৰে। দুৱাৰ মেলা শব্দ শুনি ঘূৰি চাই দেখিলে যে ক'লীমেমে ভাত-পানী লৈ আহিছে। আকৌ বিছনাত বহি সুধিলে "এতিয়াই চাহ খাইছো আকৌ ভাত আনিলা বাই ?"

ক'লীমেমে চকুহুটা ডাঙৰকৈ মেলি দুৱাৰৰ ফালে ঘূৰাই ইঙ্গিত দি কলে "বাৰ বাজিল।"

"অ" বুলি উচ্চাৰণ কৰি কোনো কথা নকৈ মালতীয়ে ভাত খাবলৈ ধৰিলে।

---

—সাত—

কেপ্টেনে বিছনাত বাগৰ দিলত দলপতিয়ে কেপ্টেনৰ নিচিনাকৈ সাজপাৰ লৈ কেপ্টেনৰ নামৰ ভিজিটিং কাৰ্ড কেইখনমান জেপত সুমাই লৈ নিজ কোঠালীৰ দুৱাৰত তলা লগাই ওলাই গৈ মটৰত উঠি বহিল। পোনতে তেওঁ ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ অফিচলৈ গল। মেনেজাৰ কামেশ্বৰৰ লগত দেখা কৰি যান-বাহন-যোগনীয়াৰৰ গৰাকী বুলি পৰিচয় দি মেনেজিং ডিৰেক্টৰ আশমান সিঙৰ লগত দেখা কৰিবলৈ ইচ্ছা জনালে। তাৰ উত্তৰত কামেশ্বৰে কলে বোলে চেক্ৰেটৰী মিচ্ এম, বৰা চাৰে দহবজাত তালৈ অহা কথা আছিল আৰু মিঃ সিঙে তেওঁলৈ বাটচাই বাৰ বজালৈ ৰৈ আছিল। পিছে মিচ্ বৰা নহা দেখি টেলিফোনেৰে তেওঁক মাতি সুধিব খুজিছিল কিন্তু টেলিফোনত কোনো উত্তৰ নাপাই মিঃ সিং ঘৰলৈ গৈছে। বাৰ বজাৰ পৰা

দুই বজালৈ তেওঁৰ দিবা নিদ্ৰাৰ সময়। যদি দেখা কৰিব খোজে দুই বজাৰ পিছত গলে ঘৰতে লগ পাব পাৰে।

দলপতিয়ে ঘৰীলৈ চাই কলে "বাৰু সেয়ে হব। দুই বাজিবলৈ বেছি সময় নাই। পিছে মেনেজাৰ, কণ্ট্ৰাক্ট চহী কৰাৰ কি হব? ফৰম পূৰণ কৰিছে নেকি?"

"নাই কৰা। আগেয়ে বন্দবস্ত ঠিক হওক। টাইপ কৰি ততালিকে ফৰম পূৰ্ণ কৰি দিব পৰা হব। আমাৰ কোম্পানীৰ হৈ মেনেজিং ডিৰেক্টৰে চহী কৰিব। সম্প্ৰতি আপুনি আমাৰ প্ৰস্তাৱত সন্মত আছে নে নাই জানিব খোজো।"

দলপতিয়ে থিয় হৈ কলে "মোৰ মতামত জনোৱাৰ আগেয়ে মেনেজিং ডিৰেক্টৰৰ লগত অলপ কথা পাতিবৰ আৱশ্যক গতিকে তেওঁক লগ ধৰোগৈ।"

দলপতিয়ে আশমান সিঙৰ নঙলাত মটৰ ৰখাই ভিতৰ সোমাই গল। বাহিৰৰ বাৰাণ্ডাত থকা লগুৱা এটাক দেখি কেপ্টেনৰ কাৰ্ডখন সিঙৰ ওচৰলৈ পঠিয়াই দিলে। অলপ পাছতে আশমান সিং ওলাই আহি তেওঁৰ লগত হেণ্ডশ্বেক কৰি আদৰি নি বহুৱালে। আশমান সিঙেই প্ৰথমে কথা আৰম্ভ কৰিলে "মিঃ সেন...."

দলপতিয়ে শুদ্ধ কৰি দিলে সেনটো মোৰ উপাধি নহয় মিঃ সিং। মোৰ নাম ভীমসেন। কোনো উপাধি নাই।"

"হয় নেকি? বেছ কওঁ শুনক, ডাঙৰীয়া, আপোনাৰ চেক্ৰেটৰী মিচ্‌ এম, বৰা কোনো কামৰ মানুহ নহয়। চাৰে দহবজাত নগৈ মোৰ ডেৰ ঘণ্টা সময় নষ্ট কৰিছে। ইপিনে দেখিছো ব্যৱসায় চলোৱাৰ বাবে উপযুক্ত বুদ্ধিও তেওঁৰ মগজুত নাই। গতিকে তেওঁৰ পৰা আপোনাৰ ব্যৱসায়ৰ উন্নতি আশা কৰিব নোৱাৰে। বিশেষকৈ এইবোৰ তিৰোতা মানুহৰ কাম নহয়। তাতে আকৌ

তেওঁ একেবাৰে প্ৰগতিশীলা। লোকৰ পইচাৰে ধুনপেচ মাৰি মটৰত উঠি হাৱা খাই ফুৰাৰ বাহিৰে এই বিলাক আপ-টু-ডেট্ লেডী অইন কামৰ উপযুক্ত বুলি মই নাভাবো। যি নহওক, আপুনি নিজে আহি ভাল কৰিছে। আপোনাৰ লগত কথা পাতি যাতে উভয় পক্ষৰে লাভ হয় তাৰ বন্দবস্ত কৰিব পাৰিম। তেওঁক হবলা গুৱাহাটীলৈ পঠিয়াই দিলে, মিঃ প্ৰপ্ৰাইটৰ?"

"যাবও পাৰে মই কব নোৱাৰো। কিয়নো মই আহি তেওঁক লগ পোৱা নাই। তেওঁৰ কাম বহুত। সেইবোৰ কামত হয়তো অইন কোনোবা ঠাইলৈও যাব পাৰে।"

আচৰিত হৈ সিঙে সুধিলে "আপোনাৰ অনুমতি নোলোৱাকৈ?"

"অনুমতিৰ প্ৰশ্নই নুঠে। কিয়নো ব্যৱসায়ৰ কামত তেওঁ ইয়ালৈ আহিছে। ইয়াৰ কৰ্ত্তব্য তেওঁ যিমতে সম্পন্ন কৰে কৰি থাকক। তাত আমাৰ কবলগীয়া একো নাই। দুদিনতে তেওঁ আমাক ডেৰলাখ টকাৰ অৰ্ডাৰ পঠিয়াইছে।"

"কি! ডেৰ লাখ?"

"এৰা, কিন্তু তাকেই বৰ ডাঙৰ বুলি নাভাবিব। আমি তাতকৈ বহুত বেছি আশা কৰিছিলো। যি নহওক, আপোনাৰ কোম্পানীৰ লগত তেওঁ কোনো বন্দবস্তলৈ আহিব নোৱাৰা বাবে হঠাৎ মই আহিলো।"

সেই সময়তে গাহৰি মাৰ্কা ডেকা তালৈ সোমাই আহিলত সিঙে তেওঁক বহিবলৈ কলে। দলপতিয়ে মূৰৰ পৰা ভৰিলৈ এবাৰ নিৰীক্ষণ কৰি সিঙলৈ চাই কলে "তেনেহলে মই আন এসময়ত আহিম মিঃ সিং। আপোনাৰ সময় কেতিয়া হব কওকচোন?"

সিঙে কলে "বাৰু মই নিজে গৈ আপোনাক লগ ধৰিলে কেনে হব বাৰু?"

দলপতিয়ে কলে "মোক লগ পোৱা টান। বহুত ঠাইলৈ যাবলগীয়া আছে। আপুনি যেতিয়াই কয় তেতিয়াই আহিম।"

"ভাল কথা। তেনেহলে গধূলিলৈ আপোনাক ডিনাৰৰ নিমন্ত্ৰণ কৰিলোঁ। ঠিক সাত বজাৰ সময়ত আহিলে সুবিধা হব।"

"বেছ", বুলি থিয় হলত আশ্‌মানেও থিয় হৈ হাত আগবঢ়াই দিলে। তাৰ পিছত কলে "এওঁ এন. বৈশ্য, আমাৰ কোম্পানীৰ অন্যতম ডিৰেক্টৰ। হেৰা বৈশ্য, এখেত যান-বাহন যোগনীয়াবৰ প্ৰ'প্ৰাইটৰ. মিঃ ভীমসেন।" উভয়ে নমস্কাৰ বিনিময় কৰিলত দলপতি তাৰপৰা ওলাই গৈ মটৰত উঠি বহিল।

ইপিনে কেপ্টেনে দলপতিৰ আদেশ মতে বিছনাত পৰি চকু দুটা মুদিছিল যদিও মূৰত ধনঞ্জয় বায়ু লৈ চিন্তাত কোনোবা ৰাজ্য পাইছিলগৈ। হঠাতে "কেপ্টেন ককাইদেও মই আহিলোঁ" মাত শুনি জাপমাৰি উঠি বহি মালতীৰ সলনি সমুখতে থিয় হৈ থকা মাধৱক দেখি নিজৰ ভুল বুজিব পাৰিলে যদিও মাধৱক কোনো কথা জানিব নিদি কলে "আহা ভাইটি। তুমি উত্ৰাৱল হৈছা বুলি মই বুজিছোঁ। প্ৰথমে সেই কোঠাত ককাইদেওক লগ ধৰাগৈ।"

"দুৱাৰত তলা লগোৱা আছে কেপ্টেন ককাইদেও।"

"হয় নেকি? বাৰু, ন-ভকত তুমি অলপ সময় ইয়াতে বহাদেই। মই এপাক মাৰি আহোঁ। পিছত কথা পাতিম।" বুলি কৈ উত্তৰলৈ বাট নাচাই ওলাই গৈ মটৰত উঠি বহিল।

তিনিবজাৰ সময়ত দুফালৰ পৰা দুখন মটৰত দুজন কেপ্টেন আহি মটৰ ৰখালত মাধৱ ওলাই আহি কলে "দুজন কেপ্টেন ককাইদেও। কোনজন আচল........"

"চুপ্‌ ন-ভকত," বাধা দি দলপতিয়ে কলে "ভিতৰলৈ বলা তাতে কথা পাতিম। আমাৰ সোণৰ আশ্ৰম কাৰ হাতত ন-ভকত?"

"উগ্র ভাইটিক কোনো প্ৰবন্ধে সন্মত কৰি সকলো ভাৰ দি আহিছো ককাইদেও।"

তিনিওজন বহিলত দলপতিয়ে কলে "মালতীৰ বিপদৰ কথা শুনি তুমি ধৈৰ্য্য হেৰুৱাবা বুলি মই জানো। পিছে ভাইটি মই আৰু কেপ্টেন উপস্থিত আছো যেতিয়া তুমি নিশ্চিন্ত মনেৰে আশ্ৰমৰ পূজা-সেবাৰ কাম চলাই থকাহে উচিত আছিল। উগ্ৰগতিৰ কাম বহুত। যি নহওক, এতিয়া সেইবোৰ এৰি ঘটনাৰ কথা শুনা—" বুলি দলপতিয়ে সকলো ঘটনা বৰ্ণাই শেষত কলে "সমূলি অধৈৰ্য্য নহবা ন-ভাই। তুমি এতিয়াই কস্মোপলিটান হোটেলৰ আলহী হোৱাগৈ। তাত থাকি সন্দেহজনক কিবা দেখিলে আমাক জনাবা, বুজিছা?"

মাধৱে কলে "বুজিছো ককাইদেও। মোৰ কৰ্ত্তব্য ঠিকমতে পালন কৰিম।"

কেপ্টেনলৈ চাই দলপতিয়ে কলে "তোমাক এঘুমটি মাৰিব কৈছিলো, ভাইচাহাব কিন্তু মই যোৱাৰ পিছতে নিশ্চয় ওলাই গুলা, নহয় নে?"

"শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে ককাইদেও" বুলি হাঁহি মাৰি কেপ্টেনে কলে "চকু মুদি পৰি আছিলো, টোপনি নাহিলেও আৰু আধাঘণ্টামান হয়তো সেইদৰে থাকিলোহেঁতেন। কিন্তু ন-ভকত আহি চক্ খুৱাই দিলে। কৰ্ত্তব্য ফেৰা সমাপন কৰি আহিলো। মটৰৰ নম্বৰ বোৰৰ তালিকা আনিছো। মাজত সাত সংখ্যাটো থকা বাৰখন মটৰ আছিল। তাৰ ভিতৰত চাৰিখন অচল। বাকী আঠখনৰ চাৰিখনৰ বডি বেলেগ। এতিয়া যি চাৰিখন থাকিল তাৰে দুখন বিচাৰি পালো যদিও সন্দেহৰ বাহিৰ। বাকী দুখন বিচাৰি পোৱা নাই, ককাইদেও।"

"ইতিমধ্যে বহুত সংক্ষেপ কৰি ল'লা দেখোন ভাইচাহাব। তোমাৰ বাস্তাও পোন কৰিলা বুলিহে মোৰ বিশ্বাস।"

"পোন হোৱা নাই ককাইদেও। এখনৰো মালিক চহৰৰ নহয় আৰু কালি সেই দুখন মটৰ ইয়ালৈ অহাৰো কোনো প্ৰমাণ সংগ্ৰহ কৰিব পৰা নাই। অথচ পুলিচ পহৰাৰ বাবে সেই মটৰখন বাহিৰ ওলাই যাবও পৰা নাই। তেনেহলে অনুমান কৰা জানো ঠিক নহব যে সেইখন মটৰ হয়তো ইয়াতে আছিল আৰু এতিয়াও আছে আৰু তাক লুকাই থবৰ বাবে গেৰেজো আছে।"

"ওঁ···তাৰ পিছত, কেপ্টেন?"

কেপ্টেনে উত্তৰ দিলে "গতিকে এই দুজন চহৰৰো মানুহ আৰু বাহিৰৰো মানুহ। অথবা বাহিৰৰ হলেও চহৰত প্ৰায় ভাগে থাকে আৰু মটৰ লুকাই ৰাখিবলৈ ঠাই আছে।"

দলপতিয়ে কলে "ইমান ঘূৰণীয়াকৈ খোজ নাকাঢ়ি তুমি আৰু পোন বাট ললোৱাৰ উপায় আছিল হবলা?"

কেপ্টেনে কলে "নাই ককাইদেও। আপুনি যি কব খুজিছে মই আগধৰিয়ে সেই বাটেৰে গৈ চালো। সেই গাড়ী দুখন হাত বাগৰিছে। গতিকে এতিয়া যাৰ ব্যবহাৰত আছে হয়তো তাৰ নাম ৰেজেষ্ট্ৰি বুকত নিমিলিব। তদুপৰি আন এটা মস্কিল এই যে সাত সংখ্যাটো সোঁমাজত থকা বুলি মোৰ অনুমানহে। আগৰফালে নাইবা শেষৰ ফালে একোটাকৈ সংখ্যা এৰি যদি হয় তেনেহলে প্ৰকৃত গৰাকীৰ নাম উলিয়াব জানো পাৰিম?"

হাঁহিমাৰি দলপতিয়ে কলে "তোমাৰ বুদ্ধি মোতকৈ চোকা বুলি ইতিপূৰ্ব্বে কেবাবাৰো প্ৰমাণ পাইছো, ভাইচাহাব ধন্যবাদ। মিছাকৈ তোমাক বুদ্ধি দিব খুজিছিলো। তুমি কেউপিনে ভাবি চাইহে কাম কৰিছা।"

হাতযোৰ কৰি কেপ্টেনে কলে "লাজ নিদিব গোসাঁই, আপোনাৰ আগত আমি তৃণ-কুটা।"

"ঈশ্বৰে কৰক, তোমাৰ অনুমান মতে সাত সংখ্যাটো যেন ঠিক সোঁমাজৰ হয়। তাৰ পিছত আৰু কিবা শুংসূত্ৰ পালা নেকি কেপ্টেন ?"

"মটৰখনে কালি হঠাতে আমাৰ চকুৰ আগতে অন্তৰ্দ্ধান হোৱা ঠাইলৈ আকৌ গৈছিলো ককাইদেও। গৰা খহনীয়াই ৰাস্তাৰ অলপ খহোৱা বাবে সেইৰাস্তা বন্ধ কৰি দিছে। গতিকে উভতি আহিছো। আন কোনো শুংসূত্ৰ পোৱা নগল। আপুনি কলৈ গৈছিল ককাইদেও ?"

দলপতিয়ে কলে "মই কামেশ্বৰক লগ ধৰি উঠি আশ্‌মান সিঙৰ তালৈ গৈছিলো। মোক পাই তেওঁ ভালেই পালে। মালতীৰ মৃৰ্থামিৰ কথা বৰ্ণালে। শেষত ব্যৱসায়ৰ কথা আৰম্ভ কৰিব ধৰোতে হঠাত ডেকা এজন বাহিৰৰ পৰা আহিল। তাক দেখি সিঙৰ মনোভাব বুজি কলো যে ব্যৱসায়ৰ কথা পিছত সময়মতে পাতিম। সিঙে বৰ ভাল পালে আৰু সন্ধ্যা সাত বজাত ডিনাৰলৈ নিমন্ত্ৰণ কৰি তেতিয়া আলোচনা কৰিব বুলি কৈছে।"

"কিন্তু ককাইদেও, মালতীৰ, পোৰ্টফোলিও বেগ পুলিচৰ হাতত। সকলো ফাইল তাতেহে আছে।"

"সেই বিষয়ে তোমাৰ কোনো চিন্তা নাই। মই চলাই দিব জানিম। আন এটা বাতৰি শুনা কেপ্টেন, যিজন ডেকা তালৈ আহিছিল সিয়েই মালতীয়ে বৰ্ণোৱা গাহৰি মাৰ্কা বুলি মই অনুমান কৰিব খোজো ভাইচাহাব। সিঙে চিনাকি কৰি দিলে যে তাৰ নাম এন বৈশ্য। সিও সিঙৰ কোম্পানীৰ এজন ডিৰেক্টৰ।"

কেপ্টেনে কলে "ঠিক মতে নাজানিলে আপুনি কেতিয়াও অনুমানতে স্থিৰ নকৰে বুলি জানো। এই কথা ঠিক যে সিয়েই গাহৰিমাৰ্কা।"

ইমান সময়ৰ মূৰত মাধৱে মাত লগালে "তাক চিনি পোৱাৰ কিবা আন উপায় আছেনে ককাইদেও ?"

দলপতিয়ে হাঁহি মাৰি কলে "কিয়, তাক খেদিব খোজা নেকি ন-ভকত? অৱশ্যে চিন এটা আছে—তাৰ নাকৰ বাওঁফালে ক'লা তিল এটা আছে। কিন্তু তুমি শিয়াল খেদাৰ কোনো আৱশ্যক নেদেখো ভাইটি—বোলে মাৰিলি শিয়াল খাবি কি? তুমি পলম নকৰি এতিয়াই হোটেললৈ যোৱাগৈ ন-ভকত!"

থিয় হৈ মাধৱে উত্তৰ দিলে "ভাল ককাইদেও মই ওলালো।"

কেপ্টেনে কলে "অলপ ৰ'বা ন-ভকত, মই তোমাক মটৰেৰে তাত থৈ আহিমগৈ। পাৰ্থসিং আৰু হেমিণ্টনক তুমি লগ পাইছিলা নেকি?"

সেই সময়তে ডাক বঙলাৰ নঙলাত মটৰৰ হৰ্ণ বাজিল। তাকে শুনি মাধৱে কলে "সেয়া মিঃ হেমিণ্টনৰ মটৰ কেপ্টেন ককাইদেও। মোক এৰি তেওঁলোক মটৰেৰে আহিছিল। মই প্লেনেৰে আহি আগেয়ে পালোহি।"

বাবাগুৱালৈ ওলাই গৈ কেপ্টেনে দুয়োজনকে তালৈ আনিলত সকলো কথা কৈ দলপতিয়ে কলে "শুনা ভাইসকল, কতো একো শুংসূত্ৰ নাই তথাপি আততায়ীক বিচাৰি উলিয়াবই লাগিব। মালতীয়ে অভিযান আৰম্ভ কৰিলে কাৰ বিৰুদ্ধে আমিতো নাজানোয়েই তেওঁ নিজেও নাম নাজানে। এতিয়া প্ৰথমে উদ্ধাৰ কৰিব লাগে মালতী আৰু বিলাসক। লগে লগে নাম নজনা দুৰ্ব্বৃত্ত......"

বাধা দি কেপ্টেনে কলে "সেই ভাৰ মোৰ ওপৰত গোসাঁই। আপোনাৰ আশীৰ্ব্বাদত মই তাক..."

"ৰ'বা কেপ্টেন" বুলি দলপতিয়ে পাৰ্থ সিঙক কলে "শুনা ভাইটি, তুমিতো বিজ্ঞানৰ আবিষ্কাৰেৰে আমাক ৰক্ষা কৰি আছা। পিছে সম্প্ৰতি তুমি এটা নতুন আবিষ্কাৰ কৰিব লাগে। বিজ্ঞানৰ নহয়

দেই—বেনামী নোটিচৰ। তাৰে কপি এখন কেপ্টেনে তোমাক আনি দিব।

পাৰ্থ সিঙে কলে "আপোনাৰ আদেশ পালন কৰিম গোসাঁই।"

"কেপ্টেন, তুমি মাধৱক হোটেলত নমাই দি তোমাৰ বন্ধুৰ পৰা বেনামী নোটিচ এখন আনি পাৰ্থৰ হাতত দিবাহি তাৰ পিছত এওঁলোক দুজন পূৰবী হোটেলত থাকিবগৈ।"

মাধৱে সৈতে কেপ্টেন ওলাই গল। বাকী তিনজনে কথা পাতিবলৈ ধৰিলে।

—আঠ—

মটৰত মাধৱে সুধিলে "কেপ্টেন ককাইদেও, আমাৰ দলপতি গোসাঁয়ে মোক পঠিয়ালে কস্মোপলিটান হোটেল আৰু তেওঁলোক দুজনক পঠিয়ালে পূৰবী হোটেললৈ। চকু ৰাখিবলৈ দিলে সঁচা কিন্তু বিতংকৈ কোনো কথা নকলে। পাৰ্থ ককাইদেওক বাৰু আবিষ্কাৰৰ ভাৰ দিলে। কিন্তু ইয়াতে তিনিওজনক থোৱা হলেহে বোধকৰো আমাৰ কামৰ বেছি সুবিধা হলহেঁতেন। ইয়াৰ ভিতৰত কি ৰহস্য আছে কঁওকচোন।"

"শুনা ন-ভাই" কেপ্টেনে কলে "দলপতিৰ তীক্ষ্ণ বুদ্ধিৰ ওচৰত আমি কোন ছাৰ? বোধকৰো দেৱেও নুবুজে। ঘটনা আৰু অনুসন্ধানৰ বিষয়ে আমি সকলোৱে সমানে জানো কিন্তু ইতিমধ্যে তেখেতে নিশ্চয় কিবা ফুট পাইছে। কথাতে কয় নহয়, মুখ দেখিলে গৰ্ভ দেখা পায়, বুলি। তেখেতো সেয়ে, অথচ বিতংকৈ সুধিবও নোৱাৰা।"

"হয় কেপ্টেন ককাইদেও। তেখেতৰ মহিমা অপাৰ। নিজকে অকৰ্ম্মণ্য বুলি প্ৰমাণ কৰা হব বুলি বিতংকৈ কোনো কথা সুধিবও নোৱাৰিলো। আপুনি অলপ উপদেশ দিয়া হলে বৰ ভাল পালোঁহেঁতেন।"

"জানাই নহয় ভাইটি, দলপতিৰ উপস্থিতিত আৰু তেখেতৰ নিৰ্দ্দেশ বা আদেশৰ ওপৰত মোৰ কোনো হাত নাই। অৱশ্যে মনত কিবা সন্দেহ থাকিলে সমুখত তৰ্ক কৰিবৰ অধিকাৰ সকলোৰে আছে। গতিকে নিজ বুদ্ধি বিবেচনাৰে তুমি কাম কৰাগৈ আৰু সন্দেহ জনক কিবা দেখিলেই পলম নকৰি তৎক্ষণাত জনাবলৈ নাপাহৰিবা দেই।"

হোটেলৰ দুৱাৰ মুখত মটৰ ৰাখিলত মাধৱে "ভাল ককাইদেও, মোৰ মনত-থাকিব।" বুলি কৈ নামি গল।

কেপ্টেনে তাৰ পৰা পোনেই মিঃ টকীৰ বঙলালৈ গৈ নিজৰ উদ্দেশ্যৰ কথা জনালে যে মালতীৰ অপহৰণৰ লগত ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীলৈ দিয়া নোটিচৰ কিবা সাদৃশ্য আছে নে নাই তাকে আবিষ্কাৰ কৰিবলৈ নোটিচখন অলপ সময়ৰ বাবে তেওঁক লাগে। তাৰ উত্তৰত এচ. পি. চাহাবে কলে যে তেনেকুৱা কিবা ৰহস্য থকা বুলি তেওঁ নাভাবে। কিয়নো এনেকুৱা অপহৰণৰ ঘটনা আজি দুবছৰত তিনিটা হৈ গৈছে। দুৰ্ব্বৃত্তৰ দল এটা আছে কিন্তু বহু চেষ্টা কৰিও সিহঁতক এতিয়ালৈকে ধৰিব পৰা নাই। যদি মালতীক মুকলি কৰি দিয়াৰ বাবে পণ হিচাবে কিবা টকা খোজে তাক নিদি সোনকালে তেওঁক জনাবলৈও কেপ্টেনক উপদেশ দিলে। অৱশ্যে কেপ্টেনক অসন্তুষ্ট নকৰি নোটিচখনো দিলে।

ভীমসেনে তেতিয়াহে বুজিলে যে মালতী কেনে ধৰণৰ শয়তানৰ হাতত পৰিছে। অলপ ভাবি ক্ৰুৰ হাঁহি এটা মাৰি কলে "লাং

হিও মালতীক মুকলি কৰি অনাৰ সামৰ্থ্য আছে বন্ধু কিন্তু পাই-পইচা এটাও নিদিহঁ জানিবা। নিজ বুদ্ধি আৰু দৰকাৰ হলে তোমাৰ শক্তিৰে মালতীক উদ্ধাৰ কৰিম।"

আগেয়ে কোৱাৰ দৰে সকলো ৰকমৰ সাহায্য দি পুলিচ চাহাবে সহায় কৰিব বুলি আকৌ এবাৰ দোহাৰিলত তেওঁক ধন্যবাদ দি বিদায় লৈ কেপ্টেন ওলাই গৈ মটৰত উঠি বহিল। পূৰবী হোটেল পাবলৈ আৰু কেইগজমান বাকী, আলিতে পাৰ্থ সিঙে হাত দাঙিলত মটৰ ৰখালে।

ওচৰলৈ আহি পাৰ্থ সিঙে জনালে "আপুনি যাতে আমাৰ লগত কথা পতা কোনেও দেখা নাপায় তাৰ বাবে গোসাঁয়ে সাৱধান কৰি দিয়া বাবে মই ইয়াতে বাটচাই আছোঁ কেপ্টেন ককাইদেও।"

পুলিচ চাহাবৰ পৰা অনা নোটিচৰ কপিটো পাৰ্থ সিঙৰ হাতত দি কেপ্টেনে পাৰ্থ সিঙক মটৰৰ ভিতৰত বহুৱাই লৈ মিঃ টকীৰ লগত পতা কথা বাৰ্ত্তাৰ বিষয়ে বিতংকৈ বৰ্ণাই উঠি কলে "এইবাৰ ককাইদেওৰ কথাবোৰ মোৰ মনত সাঁথৰ যেন লাগিছে ভাইটি! যি নহওক, তোমাক কাকতখন দিলো। মোৰ কৰ্ত্তব্য এতিয়া কৰোগৈ।" বুলি কৈ পাৰ্থক নমাই দি মটৰ চলাই দিলে। গধূলি হবলৈ তেতিয়া বেছি পলম নাছিল। আগনিশা সাত-নম্বৰী-মটৰখন যি ঠাইত নেদেখা হৈছিল ঠিক সেই ঠাইলৈ গৈ মটৰ ৰাখি কেপ্টেন নামি গল। দুমিনিট যোৱাৰ পিছত দেখিলে যে মিউনিচিপালিটীয়ে বাট বন্ধ বুলি লিখি খৈ খুটি মাৰি দিছে যদিও তাৰ দাঁতিৰে সৰু মটৰ নিব পৰা যায়। আৰু বালিৰ ওপৰত চকাৰ দাগো আছে। মনত অলপ উৎসাহ পাই কেপ্টেন আগবাঢ়িল। আৰু দুশ গজমান গৈ ...ল যে ওখ আলিৰ আৰু কোনো চিন চাবেই নাই। সকলো ব্ৰহ্মপুত্ৰই বুকুত সামৰি লৈছে। তেওঁৰ মনটো বেয়া লাগিল।

অলপ থিয় হৈ চালে দূৰলৈ—বহুদূৰলৈ। ওপৰত শূন্য আকাশ তলত নৈৰ বালি আৰু পানী। ভাবাক্ৰান্ত মন লৈ উভতি খোজ ললে।

আলিৰ দুয়োকাষে ঘৰৰ চিন আছে কিন্তু ঘৰবোৰ নাই। বাৰীৰ গছ-গছনি দুই চাৰিডাল আছে। আৰু আছে দালান দুই এটা কিন্তু তাৰো মানুহ বিলাক প্ৰাণ লৈ পলাইছে। কোনোটোতে মানুহ নাই বুলিয়েই তেওঁৰ বিশ্বাস হল। তথাপি এই পিনেৰে মটৰ কোনে আনিছিল? বেছিদিন আগেয়ে অনা হলেতো বালিৰ ওপৰত টায়াৰৰ দাগ কেতিয়াও থাকিব নোৱাৰে। তেওঁৰ সোঁফালে থকা আধা খহোৱা দুমহলাটোলৈ চকু পৰিল। ভিতৰৰ ফালে পোহৰ। ইলেকট্ৰিক লাইট এইফালে বন্ধ কৰি দিছে। কিন্তু চাকি অথবা লেম ভিতৰফালে জ্বলাইছে। সেই ঘৰৰ পদূলিত থিয় হল। কাৰো কতো সাৰ স্তুৰ নাই। বাহিৰৰ দুৱাৰ খিৰিকী বন্ধ।

লাহে লাহে তেওঁ দুৱাৰৰ ওচৰলৈ গল। কাণ পাতি কিবা শুনিবলৈ চেষ্টা কৰিলে কিন্তু একোকে নুশুনিলে। নিৰব নিস্তব্ধ। এবাৰ ভাবিলে মাতিব, তাৰ পিছতে মত সলনি কৰি নমতাকে স্থিৰ কৰি চাৰিওফালে এবাৰ চোৱাৰে স্থিৰ কৰিলে। আন্ধাৰ যদিও জোনাকৰ বাবে চৌহদৰ আগফালটো দেখাত অসুবিধা নহল। পাছফাল বুলিবলৈতো নায়েই। নৈয়ে সামৰি লৈছে। সমুখৰ ফুল বাগিছাত থকা ফুল গছবোৰে অযত্নত জঙ্গলে সৈতে মিতালি পাতি আলিৰ ফালৰ পৰা একোকে নেদেখা কৰিছে। তাৰ পিছতে মাধবীলতাৰ বেৰখন আৰু দেখি আচৰিত হল যে সেইবোৰৰ পাছফালে এটা পকী মটৰ গেৰেজ। জঙ্গলৰ দাঁতিয়েদি থকা ঘাঁহনিৰ ওপৰেৰে গৈ তেওঁ গেৰেজৰ দুৱাৰ মুখ পালে। তাতে থিয় হৈ দেখিলে যে গেৰেজৰ পাছফালৰ আৰু দালানৰ চোতাল একেখন।

গেৰেজৰ দুৱাৰত তলা এটা লগোৱা আছিল যদিও বন্ধ কৰা াছিল। তেওঁ তলাটো উলিয়াই মাটিত থলে। তাৰ পিছত াহেকৈ দুৱাৰখন অলপ ফাক কৰি ভিতৰ সোমাল। আগনিশা দখা বডিৰ মটৰখন তাতে দেখি কেপ্টেনৰ মনটো বৰ প্ৰফুল্ল ল। নম্বৰ প্লেটৰ আখৰ আন্ধাৰত দেখা নাযায়। জেপবোৰত বচাৰি দেখিলে যে অকনমানি টৰ্চটো জেপত অনা নাই। অগত্যা চগাৰেট জ্বলোৱা লাইটাৰটো জ্বলাই নম্বৰ চালে। নম্বৰ প্লেটৰ লি মাকতিৰ মাজত জিলিকি উঠা সাত সংখ্যাটো দেখি অন্তৰখনে আনন্দতে নাচি উঠিল। তেতিয়াই গৈ দলপতিক বাতৰিটো জনোৱাৰ ইচ্ছা হল। ঘৰীলৈ চাই দেখিলে যে সাত বাজিছে। মনত পৰিল দলপতি আশ্‌মান সিঙৰ ঘৰ পাইছেগৈ। গতিকে দলপতিক খবৰ দিবলৈ গলে হয়তো বা দুঘণ্টামান সময়-বাটচাই নষ্ট কৰিব লাগিব। তদুপৰি শুংসূত্ৰ পাইছে যেতিয়া উত্তেজিত মনটোৱে পিছ হুহকি নগৈ যিমানদূৰ পাৰে অগ্ৰসৰ হৈ মালতীক উদ্ধাৰৰ ব্যৱস্থা কৰিবলৈহে উচতাই দিলে। নিজৰ অকলশৰীয়া কথাটোৰ বিষয়ে ভাবিলে যে কলিৰ ভীম 'পা-ফু' দলৰ কেপ্টেন ভীমসেনে এনেকুৱা ক্ষুদ্ৰ ইতৰ-দস্যু-তস্কৰ-গুণ্ডা-বদমাচ দলৰ দহ বাৰ জনকো পৰোৱা নকৰে। দুই বাহুৰে দুখন মটৰ টানি ৰাখিব পৰা শক্তিশালী হাত দুখনৰ পেশীবোৰে কঠিনাকৃতি ধৰিলে। নিৰ্ভীক মনটো তাতোকৈ টান হৈ উঠিল। নিজৰ মনতে উচ্চাৰণ কৰিলে—'পা-ফু' দলৰ কেপ্টেন ভীৰু কাপুৰুষ নহয়, অসাধ্য সাধন কৰিব পাৰে। দুৰ্ব্বৃত্তৰ নাক-কাণ কাটি শাস্তি দিবই লাগিব। দলপতিক খবৰ দিলে নিশ্চয় এনেকুৱা ইতৰ কাম কৰিবলৈ অনুমতি নিদিব। মনৰ হিংস্ৰ ভাবটো মূৰ দাঙি উঠিল—এয়ে সুযোগ।

আৰু কোনো শুংসূত্ৰ পোৱা যায় নেকি তাকে চাবলৈ কোনো

শব্দ নকৰাকৈ মটৰখনৰ দুৱাৰ মেলি উঠিল। আকৌ লাইটাৰ জ্বলাই পাছৰ ছীট আৰু তলখন চালে। চুকৰ ফালে পৰি থকা সৰু ফাউণ্টেন পেন এটা। হাতত লৈয়ে চিনিবলৈ বাকী নাথাকিল যে মালতীৰ কলমটো। ভীমসেন নিঃসন্দেহ হল। মনৰ উত্তেজনা আৰু বাঢ়িল যদিও তাক দমন কৰি বুদ্ধি বিবেচনাৰে ধীৰে সুস্থে আগবাঢ়িবলৈ মটৰৰ ছীটত বহি পৰিল। চিগাৰেট এটা হুপিবলৈ বৰ আৱশ্যক বোধ কৰিলে কিন্তু সাহস নহল। তাৰ পোহৰ নেদেখিলেও, গোন্ধ বহু দূৰলৈ যাব। তেতিয়া শত্রুপক্ষক সাৱধান কৰি দিয়াহে হব। গতিকে সেই আশা এৰি অলপ সময়লৈ বহি কাণ পাতি থাকিল।

দালানৰ তলৰ মহলাৰ পৰা বাচনৰ ঠুং-ঠাং দুই এটা শব্দৰ বাহিৰে আন কোনো সাৰি-শব্দ তেওঁৰ কাণত নপৰিল। ঘৰতটো নায়েই, আলিৰ ফালৰ পৰাও কোনো সা-শব্দ নাই। চুবুৰিয়াই এৰি যোৱা ঘৰ দুই এটা বি আছে তাত মানুহেই নাথাকে। তেওঁৰ অনুমান হল হয়তো দুৰ্ব্বৃত্তৰ দল এই সময়ত ইয়াত নাই। বখীয়া দুই এজন আছে যদিও সিহঁতে মদ বা চাহ আদিৰ খোৱাত ব্যস্ত আছে। এতেকে এয়ে সোনালী সুযোগ।

গেৰেজৰ পৰা ভিতৰফালে ওলাই যাবলৈ যিখন কাঠৰ সৰু দুৱাৰ আছে নিঃশব্দে তাৰ ওচৰলৈ গৈ কেপ্টেনে অলপ ফাক কৰি চালে। কোনো কতো নাই। আৰু অলপ মেলি চাই শেষত গোটেইখন মেলি তাৰ পৰাই নিৰীক্ষণ কৰিলে। লৈয়ে চোতালৰ আধালৈকে থহোঁৱাত পাগৰবটো বাগৰি পৰা নাই যদিও ব্যৱহাৰৰ অনুপযোগী হৈ পৰো পৰো অৱস্থাত আছে। গেৰেজ আৰু দালানৰ মাজত দহ-বাৰ ফুটমান ঠাই থহাই নি খাল এটা কৰিছে যদিও আহ-যাহ কৰিবৰ বাবে তাৰ ওপৰত ডুভাল কাঠ পাৰি শাকো দিছে। খালটো কিমান দ তাক দেখাৰ সুবিধা নাই। তলৰ ফালে আন্ধাৰ। তলিত পানী নাই

বুলিয়ে তেওঁৰ বিশ্বাস কিয়নো এই সময়ত নৈৰ পানী বহুত তললৈ নামিছে।

জেপত শক্তিশেলৰ ওপৰিও মালতীৰটোৰে সৈতে দুটা পিস্তল। নির্ভয়ে কেপ্টেনে গেৰেজৰ পৰা পাছফালে ওলাই থিয় হৈ সম্মুখৰ ফালৰ বাগিচালৈ চালে। কোনো কতো নাই। অলপ সময় বৈ সাৱধানতাৰ বাবে পিস্তল এটা হাতত লৈ খোজ ললে। চাৰিখোজৰ মূৰতে শাকো। সোঁ-ভৰিৰে ভৰ দি চালে—মজবুত্। লাহে লাহে শাকোৰ ওপৰত খোজ দিলে। দুখোজ, তিনিখোজ, চাৰিখোজ.... পঞ্চম খোজ দিবলৈ ভৰি দাঙিছে। এনেতে দালানৰ চাদৰ পৰা কিবা এটা সঙ্কেত শব্দ খট্।

কেপ্টেনৰ দৃষ্টি ওপৰলৈ গল। লগে লগে শাকোৰ কাঠ দুডাল কিহবাৰ আকৰ্ষণত দুফালে আঁতৰি যোৱাত তেওঁ হঠাৎ দ্বিৰলম্ব হৈ খালৰ তলত পৰি গল আৰু সেই মুহূৰ্ত্ততে ভীমসেনৰ মূৰত অজানা দুঃশাসন দলৰ লোৰ হাতুৰিৰ আঘাত পৰিল—এক, দুই, তিনি....... তাৰ পিছত কি হল কেপ্টেনৰ মনত নপৰে।

ইপিনে দলপতিয়ে আশ্মান সিঙৰ লগত ডিনাৰ খাই উঠি বন্দবস্তৰ বাবে আকৌ ভাবি চাবলৈ বুলি এদিনৰ সময় লৈ তাৰপৰা বিদায় লৈ আন দুঠাইত ঘূৰি পকি ন বজাত ডাকবঙলালৈ উভতি আহি কেপ্টেনক লগ নাপাই পুনৰাই ওলাই গল। আকৌ দহবজাত উভতি আহি চকীদাৰৰ মুখে কেপ্টেন তেতিয়াও অহা নাই বুলি শুনি চিন্তিত হল। ক্ৰমলৈ সোমাই গৈ বহি চিগাৰেট এটা জ্বলালে। এনেতে মাধৱে টেলিফোনেৰে জনালে যে ঠাইখন কিবা এটা ৰহস্যপূৰ্ণ যেন পাইছে যদিও এতিয়ালৈ কোনো শুংসূত্ৰ আৱিষ্কাৰ কৰিব পৰা নাই। তাকে শুনি মাধৱক সদায় সজাগ হৈ থাকিবলৈ উপদেশ দি দলপতিয়ে কেপ্টেনৰ বাতৰি সোধাত একোকে নাজানো বুলি কলে।

দলপতিয়ে ৰিচিভাৰ থৈ দিয়াৰ লগে লগে দহবজাৰ সময়ত টেলিফোন কৰিবলৈ দিয়া নির্দ্দেশ অনুসৰি পাৰ্থ সিঙে টেলিফোন কৰিলত দলপতিয়ে তেতিয়াই হেমিণ্টনক তালৈ আহিবলৈ আদেশ দি বাটচাই বহি থাকিল। পাচ মিনিটৰ পিছত হেমিণ্টনে ডাকবঙলা পাই পোনেই ৰুমলৈ গৈ মাত লগালে "কেপ্টেন ককাইদেও, গোসাঁই ক'তা ?"

তেতিয়াও কেপ্টেনৰ বেশত থকা দলপতিয়ে কলে "বহা হেমিণ্টন, কেপ্টেন এতিয়াও উভতি অহা নাই। আৰু সেইবাবে মোৰ সন্দেহ হৈছে কিজানি কিবা এটা অঘটন ঘটিল। তোমালোকৰ তালৈ নিশ্চয় যোৱা নাছিল, নহয় নে ?"

"নাই যোৱা ককাইদেও। মিঃ সিঙে আলিতে ৰৈ থাকি নোটিচখন দিয়াব সময়ত তালৈ নাযাবলৈ দিয়া আপোনাৰ আদেশ জনাইছিল।"

হাতৰ আধাপোৰা চিগাৰেটৰ টুকুৰাটো পেলাই দি দলপতিয়ে নতুনকৈ এটা জ্বলাই লৈ বাৰুকৈ কেইহোপামান মাৰি কলে "মোৰ সন্দেহ সঁচা হল ভাইটি। কেপ্টেন শত্ৰুৰ কবলত পৰিল। তেওঁক বিচৰাৰ উজু উপায় এটা পাম যদিহে আমি মটৰখন বিচাৰি উলিয়াব পাৰো—অৱশ্যে ইতিমধ্যে যদি শত্ৰুৱে মটৰৰ চিনচাব মাৰি পেলোৱা নাই। এতেকে চহৰৰ আটাইবোৰ ৰাস্তা চেকি পেলোৱাগৈ। ইতিমধ্যে তেওঁ যলৈ যোৱা সম্ভব তালৈ মই এবাৰ গৈ আহিছো। আকৌ এবাৰ গৈ চাম। তাৰ পিছত অইন কথা। তুমি আগবাঢ়া। লগৰ অস্ত্ৰ সাজু ৰাখিবা। পাৰ্থ সিঙক বাতৰিটো টেলিফোনেৰে জনাই ময়ো ওলাম। বাৰ বজাত ইয়ালৈ আহি মোক দেখা কৰিবা।" বুলি কলত হেমিণ্টন ওলাই গল।

নিশা বাৰ বজাত উভতি আহি দলপতিয়ে ৰুমৰ তলা খোলাৰ পিছতে হেমিণ্টনে বাহিৰত মটৰ ৰাখি সোমাই আহিল। দুয়োজনে

বহিলত দলপতিয়ে হাতৰ চিগাৰেটত এহোপা মাৰি কলে "তোমাৰ মুখ দেখিয়ে বুজিছো আৰু মোৰো সেয়ে ধাৰণা ভাইটি। মটৰ অথবা মানুহৰ কোনো সন্দেহ পোৱা নগল। এতিয়া আমি কোন পথেৰে অনুসন্ধান কৰিম তাৰে আলোচনা..."

এনেতে টেলিফোনৰ বেল বাজিলত দলপতিয়ে মুখৰ কথা মুখতে ৰাখি বিচিভাৰ লৈ মাতিলে "কোন ?"

আনমূৰৰ পৰা মাধৱৰ মাত কাণত পৰিল "ইয়াৰ আগেয়ে তিনিবাৰ মাতি আপোনাক নাপালো ককাইদেও। সাংঘাতিক কথা—সধূলি আঠ বজাত কেপ্টেন ককাইদেওৰ মটৰ হোটেলৰ গাতে লগা গেৰেজত সোমোৱা দেখি বেগেৰে ওচৰলৈ যাওঁতে 'পৰ্ব্বতীয়া' বুলি আধাকোৱা কথা একাষাৰ কাণত পৰিল। মোক দেখি কথা..."

হঠাতে ওপৰাওপৰিকৈ দুটা শব্দ দলপতিৰ কাণত পৰিল। দ্বিতীয় শব্দটো শুনি হাতৰ বিচিভাৰ থৈ "ভাইটি আহা" বুলি তিনি খোজতে বাৰাণ্ডা পালেগৈ। হেমিণ্টনেও তেওঁৰ ছাঁটোৰ দৰে ওলাই গল। দুৱাৰত তলা লগাই দুয়োজনে দলপতিৰ মটৰত উঠি বহিলত তেওঁ ততালিকে মটৰ চলাই দি ক'লে। "মাধৱো শত্ৰুৰ হাতত পৰিল ভাইটি, টেলিফোন কৰি থাকোতে শত্ৰুৱে অতৰ্কিতে পাছফালৰ পৰা হয়তো মূৰত কোবাই বগৰালে। হাতৰ বিচিভাৰ মজিয়াত পৰা শব্দ শুনিলো।" বুলি মাধৱে কোৱা কথা কেইআষাৰ হেমিণ্টনক কলে।

হেমিণ্টনে সকলো কথা শুনি কলে "সৰ্ব্বনাশ কথা গোসাঁই। শত্ৰুক যিমান দুৰ্ব্বল বুলি ভাবিছিলো ঠিক তাৰ ওলোটা বুলি প্ৰমাণ পালো। নহলে কেপ্টেন..."

"চুপ" দলপতিয়ে মটৰৰ বেগ কমাই দি "দুমিনিটতে পালোহি।" বুলি কৈ হোটেলৰ গাতে লগা গেৰেজৰ সমুখত মটৰ ৰখাই ফুচফুচাই

কলে "নাপালো ভাইটি, হয়তো ডেৰমিনিট পলম হ'ল। মোৰেই ভুলত এনেকুৱা ঘটিল। তাৰবাবে নিজকে ক্ষমা কৰিব নোৱাৰিম মাধৱক ইয়াত অকলে থোৱা উচিত হোৱা নাছিল। যি নহওক যোৱা কথাৰ বাবে ভাবি লাভ নাই। এতিয়া খেদিও লাভ নাই বিচাৰিও নোপোৱা। নামি আহা। অস্ত্র হাতত ৰাখিবা।"

নিশব্দেৰে দুয়োজনে নামি হোটেলৰ অফিচ ৰুমৰ সমুখলৈ গল বাহিৰৰ দুৱাৰখন বন্ধ যদিও ৰুমৰ ভিতৰত লাইট জ্বলি আছে তলৰ মহলাত দুটা কোঠালী আৰু বাবুৰ্চিখানাতো লাইটৰ পোহৰ আছে। দুমহলাৰ ওপৰত একেটা মাত্র কোঠাত পোহৰ আছে। অফিচ ৰুমৰ দুৱাৰৰ ওচৰত থিয় হৈ দুৱাৰত টকৰিয়াই দিয়াৰ পিছত কোনো মাত নাপালত আকৌ বেছি জোৰেৰে খুন্দা মাৰিলে। ভিতৰৰ পৰা মাত আহিল "কোন ?"

"গেষ্ট।" দলপতিয়ে স্বাভাৱিক মাতেৰে উত্তৰ দিলে মনত যেন কোনো উত্তেজনা নাই। বাহিৰত জ্বলোৱা লাইটৰ পোহৰত হেমিণ্টনে দেখি আচৰিত হল—দুমিনিট আগৰ উত্তেজিত ভাবৰ লেশমাত্রও নাই। তাৰ পৰিবৰ্তে সাম্য-সৌম্য নিৰুদ্বিগ্ন মূৰ্ত্তিটো।

ভিতৰত থকা জনে 'বয়' বুলি মাতিলে যদিও কোনো নাহিলত নিজেই আহি দুৱাৰ মেলি দিবলৈ ধৰোতে দলপতিয়ে হেমিণ্টনৰ গাত হাতেৰে ইঙ্গিত দি নিজে মুখ ঘূৰাই আলিৰ ফালে চাই থাকিল। মানুহজনে দুৱাৰ মেলি চাই মাতিলে "ভিতৰলৈ আহক।" বুলি কৈ উভতি গৈ নিজৰ চেক্রেটৰীয়েট টেবিলৰ একাষে ঘূৰণীয়া চকীখনত বহিল। প্ৰথমে হেমিণ্টন সোমাই গৈ কলে "মেনেজাৰ ?"

"অ' ইয়েচ্, মই মেনেজাৰ।" বুলি অলপ গৰ্ব্ব ভাবেৰে টেবিলত থকা চিগাৰেট কেচৰ পৰা চিগাৰেট এটা উলিয়াই লৈ ষ্টাইল কৰি বাওঁহাতৰ বুঢ়া আঙুলিৰ নখত কেইটামান ঠেকেচা মাৰিলে। ইতিমধ্যে

দলপতিয়ে টেবিলৰ ওচৰলৈ গৈ হেমিণ্টনৰ ওচৰ পাইছে। চিগাৰেটটো মুখত দিবলৈ হাত দাঙি এবাৰ দুয়োজনৰ ফাললৈ চাই দলপতিক দেখি মেনেজাৰৰ চকু দুটা বহল হল। কপালৰ সিৰডাল ওখ হল। চিগাৰেটটো ওঠেৰে চেপি ৰাখিব নোৱাৰাত টেবিলত পৰিল। দল-পতিৰ গাত তেতিয়াও কেপ্টেনৰ ছদ্মবেশ আছিল।

মেনেজাৰে বিকৃত মাতেৰে সুধিলে "কি লাগে ?"

"মাধৱ কটকী কোন নম্বৰ ৰূমত থাকে ? তেওঁক দেখা কৰিব খোজো।" দলপতিয়ে উত্তৰ দিলে।

"সেই নামৰ কোনো গেষ্ট ইয়াত নাই।"

কিন্তু দুমিনিট আগেয়ে ইয়াৰ পৰা মোলৈ টেলিফোন কৰিছিল।" বুলি দলপতিয়ে দৃঢ় মাতেৰে হুকুম চলালে "তৰ্ক কৰি পলম কৰিব নোৱাৰো শীঘ্ৰে কোৱা ?"

খং কৰি মেনেজাৰে কলে "বৰ হুকুম চলাবলৈ আহিছে, কোন তুমি ?" বুলি ইলেকট্ৰিক বেললৈ হাত পোনালে।

"তোমাৰ যম" বুলি থাপ মাৰি দলপতিয়ে হাতখনত ধৰি মোচৰি নাকেৰে 'ওঁ' শব্দ কৰিবলৈহে পালে। ক্ষিপ্ৰতাত দলৰ ভিতৰত প্ৰথম হেমিণ্টনৰ হাতৰ বেজীৰ শক্তিশেল মেনেজাৰৰ গালত সোমাল। মেনেজাৰে চিঞৰ মাৰিবলৈ মুখ মেলিছিলহে, মেলামুখ মেলাই থাকিল। যিদৰে বহি আছিল সেইদৰেই জড়ভৰত হৈ থাকিল।

দলপতিয়ে কলে "মাধৱৰ ৰূম নম্বৰ ৰেজেষ্ট্ৰী বহীত চোৱা ভাইটি।"

হেমিণ্টনে ৰেজেষ্টী বহীখন টানমাৰি চাই কলে "এৰৈকশ নম্বৰ।"

"বেছ, তুমি তালৈ গৈ কিবা সূত্ৰ পোৱা নেকি চাই আহাগৈ। মই ইয়াতে কিবা পাওঁনে খানাতালাচ কৰি চাওঁ।"

"কিন্তু ককাইদেও, ইয়াক নি গটৰত ভুলি থৈ ."

বাধা দি দলপতিয়ে কলে "নহয় তুমি বুজা নাই ভাইটি। হাত-যশৰ দৰে বুদ্ধিকণো ক্ষিপ্রতাৰে চলাবলৈ চেষ্টা কৰিবা। কওঁ শুনা, সি এইদৰে বহি থাকোতে যদি খানাতালাচ কৰো তেতিয়া হলে কোনোবাই আহি দেখিলেও সন্দেহ নকৰি তাৰ কথামতে কিবা বিচৰা বুলি ভাবিব। সিইঁতৰ দলৰ এজন বুলি ভাবিও প্রতাৰিত হোৱাৰ থল আছে। যোৱা, সময় মূল্যবান।"

"আপোনাৰ প্রত্যুৎপন্নমতিৰ ওচৰত আমি খেৰকুটা গোসাঁই।" বুলি কৈ হেমিণ্টনে সাউৎ কৰে অদৃশ্য হৈ গল।

যোৱাৰ ফাললৈ চাই দলপতিয়ে মিচিকিয়াই হাঁহি সকৰৈ কলে "বিজুলী শক্তিৰ দৰে কৰ্ম্ম-তৎপৰ তুমি দলৰ অন্যতম গৌৰৱ।" বুলি লৰালৰিকৈ মেনেজাৰৰ কাকত পত্রবোৰ আৰু ড্ৰয়াৰৰ ভিতৰবোৰ টানি ওলট পালট কৰি থৈ যাবলৈ ধৰিলে।

পাচ মিনিটৰ মূৰত হেমিণ্টন উভতি আহি দেখিলে যে দলপতিয়ে লোৰ আলমাৰীটোৰ দুৱাৰ জপাই থৈ ঘূৰি খোজ লৈছে। ওচৰলৈ গৈ কলে "মাধৱৰ পাতি থোৱা বিছনা আৰু খাটৰ তলত স্যুটকেচটো ঠিকমতে আছে। ভিতৰত কোনো কাকত-পত্র আমালৈ ৰাখি থৰ পৰা নাই। গাৰুৰ তলত এইখন কাকতত লিখা আছে 'তিনিবাৰ মাতিও আমাৰ গোসাঁইক নাপালো। ভীম ককাই নাই, মটৰখন অনুসৰণ কৰিবলৈ বাধ্য।"

দলপতিয়ে কলে "চতুৰ্থবাৰ মানে শেষ বাৰ টেলিফোন কৰাৰ আগেয়ে লিখা। টেলিফোনৰ বিচিভাৰটো দেখিছিলানে?"

"আপুনি কোৱা কথা ঠিক। মাটিত পৰি আছে। ইয়াক এইদৰে এৰি থৈ যাব নেকি?"

"এৰি যোৱাতকৈ লৈ যোৱাহে উচিত আছিল। পিছে ইয়াত তো আমাৰ বন্দীশাল নাই, ৰাখিম ক'ত? গতিকে......"

"বৰ বঢ়িয়া বন্দীশাল আছে ককাইদেও। মোৰ মটৰখনৰ পাচ ফালৰ বাকচৰ তলৰ খোটালীত ইয়াৰ দৰে দুজনকো ৰাখিব পাৰিম। ইতো তিন দিনলৈ জড়-ভৰত হৈ থাকিব গতিকে চিন্তা নাই। চেফত কিমান ধন পালে ককাইদেও?"

দলপতিয়ে মুখখন বিকৃত কৰি কলে "হোটেলৰ সামান্য টকা আছে। হয়তো পাচ হাজাৰ মান হব। তাক ছুই হাত নষ্ট নকৰো।"

"নহয় ককাইদেও" হেমিণ্টনে কলে "টকাখিনি নি মই টি, বি. আস্পাতাল-ফাণ্ডত জমা দিম। টকাবে সৈতে ই অন্তৰ্দ্ধান হোৱা দেখিলে সকলোৱে ভাবিব যে টকা চুৰি কৰি ই পলাইছে। কেনে হব বাৰু?"

"বঢ়িয়া হব। ধন্যবাদ ভাইটি, লোৱাগৈ।" বুলি কলত হেমিণ্টনে আলমাৰীৰ টকাবোৰ জেপত সুমাই লৈ মেনেজাৰক দুয়ো হাতেৰে দাঙি কান্ধত লৈ যাবলৈ সাজু হল। দলপতিয়ে হোটেলৰ বাহিৰ ফালে থকা লাইটটো সুমাই দিলত সমুখখন আন্ধাৰ হল। ভুমুকি মাৰি চালে যে আলিত কোনো মানুহ দুনুহ নাই। নিৰাপদে মেনেজাৰক লৈ দুয়োজনে মটৰত উঠি বহিল।

ডাক বঙলাৰ চৌহদৰ এচুকত গেৰেজবোৰ। ঠাইখন আওচেৰীয়া। তাতেই দলপতিৰ মটৰ ৰাখি হেমিণ্টনে নিজৰ মটৰৰ চোৰাং বাকচত মেনেজাৰক সুমাই থৈ বাগৰিব নোৱাৰাকৈ বান্ধি থলে।

কাম শেষ হলত দলপতিয়ে কলে "এতিয়া আলোচনা কৰাৰ বৰ আৱশ্যক। টেলিফোনেৰে কথা নকওঁ। কোনে ক'ত খাপ পাতি ৰৈ থাকে কব নোৱাৰি।"

হেমিণ্টনে কলে "পূৰবী হোটেল পোৱাৰ পিছতে মই তাৰ টেলিফোনৰ মেইন লাইনত কাৰচাজী কৰি আমি সকলোৰে

কথা শুনাৰ উপায় কৰি থৈছো ককাইদেও। মোৰ এক লহমাৰ কাম।"

"তেনেহলে পাৰ্থ সিঙৰ মুখে হয়তো বহুত বাতৰি পাব পাৰো যোৱা ততালিকে তেওঁক ইয়ালৈ আনাগৈ।"

হেমিন্টনে কোনো কথা নকৈ ওলাই গল। দলপতিয়ে ক্ৰমত সোমাই বিছনাত দীঘল দি পৰি বাটচাবলৈ ধৰিলে।

---

—৯—

তাৰ পিছদিনা আবেলি দুই বজাত ৰিক্সৰ পৰা নামি পাৰ্থ সিঙে ডাকবঙলাৰ বাৰাণ্ডাত থিয় হৈছে, এনেতে হেমিন্টনৰ মটৰ আহি গাড়ী-বাৰাণ্ডাত উপস্থিত হল। তেওঁ নামি আহি পাৰ্থৰ ওচৰ পাই কলে "মোৰ এক চেকেণ্ড পলম হল পাৰ্থ ককাইদেও। বলক,..."

আগনিশা দলপতিয়ে দিয়া নিৰ্দ্দেশ মতে হেমিন্টনে পুৱা পূৰবীৰ পৰা গৈ কস্মোপলিটান হোটেলৰ আলহী হৈছিল। আৰু টেলিফোনেৰে কোনো কথা নাপাতি দুই বজাৰ সময়ত উভয়ে দলপতিৰ লগত দেখা কৰি পৰামৰ্শ কৰাৰ কথাও নিৰ্দ্দেশ দিছিল। পাৰ্থ সিঙে কলে "বৰ বেছি অপৰাধ হোৱা নাই, বলা ভিতৰলৈ যাওঁগৈ।"

দুয়োজনে দলপতিৰ কোঠালীৰ জপাই থোৱা দুৱাৰ অলপ মেলি পৰ্দ্দাৰ ফাকেৰে চাই দেখিলে যে দলপতি বৰ আৰামত শুই আছে। ততালিকে দুৱাৰখন জপাই দি পাৰ্থ সিঙে কলে "গোসাঁয়ে এই সময়ত

ই একাটো আচৰিত কথা, কি কৰা যায়? যোৱা ছুনিশা তেখেতৰ
াপনি খতি।"

হেমিণ্টনে কলে "নামাতি তেখেত সাৰপোৱালৈকে বাটচাই সময়
ষ্ট কৰাতকৈ মাতি আমনি কৰিলে নিশ্চয় দোষ নধৰে। বৰুক
ভতৰলৈ যাওঁ।"

দুৱাৰ মেলোতে শব্দ নহল যদিও বাহিৰৰ পোহৰ কোঠালীৰ
ভিতৰ সোমোৱাৰ লগে লগে দলপতিয়ে চকু মেলি উঠি বহি মাতিলে
আহা ভাইহঁত বহা। অনাহাৰ আৰু অনিদ্ৰাত মানুহৰ বুদ্ধি স্থিৰ
াথাকে। গতিকে পৰাপক্ষত সেই ছুবিধ এৰি দিয়া অনুচিত। কামৰ
মন্ত নাই, গতিকে দহবজাতে খাই-বৈ উঠি ঘুমটিটো পূৰা কৰি ললো।
তামালোক নহাহলে হয়তো আৰু দুঘণ্টা শুলোহেঁতেন। নিশ্চিন্ত
মনেৰে এনেকুৱা ভাল টোপনি মৰাত গা-মন বেছ ভাল লাগিছে।"

হাঁহি মাৰি পাৰ্থ সিঙে সুধিলে "নিশ্চিন্ত মনেৰে ভাল টোপনিত
পৰি আছিল যদি আমি নিঃশব্দে দুৱাৰ মেলাতেই সাৰপালে কেনেকৈ
ককাইদেও?"

দলপতিয়ে কলে "মানুহ নমৰে মানে কাম আৰু চিন্তাৰ হাত
সাৰিব নোৱাৰে। নিশ্চিন্ত মনেৰে সুগুলে ভাল টোপনি আহিব কিয়?
কিন্তু ভাল টোপনি মানে তুমি কুম্ভকৰ্ণৰ টোপনি বুলি ভবা উচিত নহয়।
জ্ঞানীজনে কৈ গৈছে বোলে বাচি খাবা, জাগি শুবা। তোমালোকে
শব্দ নকৰিলেও বাহিৰৰ পোহৰ হঠাৎ নোসোমাল জানো? থাওক
বাৰু, কোৱা হেমিণ্টন?"

হেমিণ্টনে কবলৈ ধৰিলে "মই হোটেলৰ সন্মুখত মটৰ ৰাখি দেখো
যে বাহিৰত পুলিচ। নামি গৈ অফিচত সোমাই দেখিলো যে দাৰোগা
আৰু হোটেলৰ মালিক লক্ষণ ওঝা বহা অৱস্থাত আৰু হোটেলৰ
চৰ্দ্দাৰ খান্‌চামা ইস্মাইল, দুজন কনিষ্টবল আৰু চাকৰ চাৰিজন থিয়

হৈ আছে। দাৰোগাই চৰ্দ্দাৰ খান্‌চামাৰ জবানবন্দি লব ধৰিছে সি কৈছে যে বাৰ বজাৰ অলপ পিছত সি হেনো মটৰ এখন তাতে ৰখোৱা শব্দ শুনিছিল। কোনোবা নামি গৈছিল নে নাই সি দেখা নাছিল। অফিচৰ্দ্ধমত এবাৰ কিবা কথা কোৱা শব্দ তাৰ কাণত পৰিছিল কিন্তু কি কথা কৈছিল সি বুজিব পৰা নাছিল। শব্দটো মেনেজাৰৰ কথা যেন লাগে। তাৰ পিছত তাৰ খানা খোৱা শো হলত বিছনাতে বহি চিগাৰেট হুপি আছিল। অইন দিনাখনৰ দৰে মেনেজাৰে শুবলৈ যোৱাৰ আগেয়ে তাক এবাৰ মাতি ৰাতিপুৱাৰ বাবে কিবা দিহা দিব বুলি ভাবি সি ৰখি আছিল কিন্তু তাক মতা নাছিল। হোটেলৰ বাহিৰ ফালৰ লাইটটো সদায় জ্বলি থাকে কিন্তু কালি হঠাতে নুমোৱা দেখি সি খিৰিকীৰ বাহিৰলৈ চাই আছিল। লাইট নুমোৱাৰ পাছতে দুজন মানুহ যেন ছাঁ দুটাৰ দৰে ওলাই যোৱা দেখিছিল। তাৰে এজন বৰ শকত আৱত যেন দেখিছিল। ইয়াৰ বাহিৰে আন্ধাৰত একোকে মনিব পৰা নাছিল। মটৰখন মজলীয়া ধৰণৰ, আৰু নতুন বুলিয়ে তাৰ বিশ্বাস। তাৰ ৰংটো কেনে আন্ধাৰত সি মনিব নোৱাৰিলে।

"একৈশ নম্বৰৰ আলহী মাধৱ কটকীয়ে ৰাতি ডাইনিং হলত খানা খাইছিল। তাৰ পিছত কি কৰিছিল সি দেখা নাছিল। মাধৱৰ কোঠালৈ কোনোবা গৈছিল যদি তাক সি কব নোৱাৰে।"

দলপতিয়ে সুধিলে "তাৰ পিছত আৰু কোনোবা দেখা সাক্ষী আছিল নেকি ?"

"নাই ককাইদেও। আনবিলাকৰ কোনেও একো কব নোৱাৰে। অইন কোনো আলহীয়েও কোনো কথা নাজানে। হোটেলৰ মালিক লক্ষণ ওঝা এই অঞ্চলৰ আটাইতকৈ ডাঙৰ মদ-মহল এখনৰ দহ বছৰমান একচেতীয়া গৰাকী আছিল। সেই সময়ত

তেওঁৰ সৰু মহলো পাচখন আছিল। সম্প্ৰতি সদৰ মহল নাই কিন্তু তিনিখন মটৰ এতিয়াও আছে। তেওঁ কলে যে হোটেলৰ মেনেজাৰ সানাই কৰ্ম্মকাৰ বৰ কৰ্ম্মী আৰু বিশ্বাসী মানুহ। টকা খাই পলাবলৈ তেওঁৰ কোনো কাৰণেই নাই। কিয়নো লক্ষণে হোটেলটো খাবাৰ ৰুচি সলাবলৈ মাজে সময়ে আহে যদিও তাৰ হিচাব-পত্ৰলৈ কোনো দিনেই চকু নিদিয়ে। হিচাব মতে হোটেলৰ তহবিলত কালি ছহাজাৰ সাতাইশ টকা থাকিব লাগিছিল কিন্তু কেই অনা মানৰ বাহিৰে এটকাও নাই।"

"তুমি কিমান টকা পাইছিলা হেমিল্টন?"

"পাচ হাজাৰ ভূশহে পাইছিলো, ককাইদেও। আজি মই বজাৰত টি, বি আস্পাতালৰ বাবে দান দি আহিছোঁ। তাৰ পিছত কওঁ শুনক গোসাঁই, দাৰোগাৰ তদন্ত শেষ হলত নতুন আলহী ৰাখিবলৈ-অনুমতি দিয়াতহে মোক তাত থাকিবলৈ দিলে। দাৰোগাই মোৰ মটৰখন এবাৰ ইস্মাইলক দেখুৱাইছিল কিন্তু কালিৰ খবৰ দৰে "নহয় বুলি সি ন দি কলে।"

তিনিও জনে একেলগে হাঁহি উঠিল। তাৰ পিছত দলপতিয়ে সুধিলে "কিবা নতুন কথা আবিষ্কাৰ কৰিব পাৰিলা নেকি ভাইটি?"

"সেই বিষয়ত একেবাৰে বিফল ককাইদেও, যদি দলৰ কোনোবা তাত আছে তেনেহলে সিহঁত একেবাৰে নিষ্ক্ৰীয় হৈ বহি আছে। হয়তোবা ৰাতিলৈ বাটচাৰও পাৰে।"

"ঠিক কথা। এতিয়া তোমাৰ কথা কোৱা পাৰ্থ ভাইটি?"

পাৰ্থ সিঙে কলে "পূৰবী হোটেলটো যেনে উচ্চ থাপৰ তাৰ আলহী বিলাকো সেইদৰে ধনী আৰু বিলাসী। খানা-পিনা আদি প্ৰত্যেকৰ ৰুচিমতে যোগায়। মদ আদিও সৰবৰাহ কৰে। প্ৰায়বোৰ আলহীৰ নিজা মটৰ গাড়ী আছে। আলহীবোৰৰে

আকৌ আলহী ইমান বেছি অহা যোৱা কৰে যে পৰিচয় লোৱা সম্ভৱ হৈ নুঠে। দিনে-ৰাতিয়ে টেলিফোন কল আহিয়েই থাকে। তাৰ ভিতৰত কিছুমানৰ অৰ্থ আবিষ্কাৰ কৰা হোৱা নাই। সংক্ষিপ্ত ভাষা অৰ্থাৎ যাক বোলে code. পুলিচ চাহাবলৈ পঠোৱা নোটিচৰ সম্পৰ্কে এতিয়াও কোনো কথা আবিষ্কাৰ কৰিব পৰা নাই। হোটেলৰ এশ টাইপৰাইটাৰ আছে। তাৰে এঘাৰটা পৰীক্ষা কৰিবৰ সুযোগ পাইছো। তাৰে কোনোটো নহয়। কিন্তু এটা কথাত আচৰিত হৈছো ককাইদেও?”

“কি কথা ভাইটি?”

“ইমান উচ্চ থাপৰ নামজাদা হোটেলখনৰ গৰাকী জনক দেখিলে পুতৌ কৰিবৰহে মন যায়। একেবাৰে যাক বোলে গো-বেচেৰা মানুহ। -নামে কামে মিলি গৈছে। অৰ্থাৎ নামটো শ্ৰীচৰণ দাস আৰু কামতো একান্ত বাধ্য ভৃত্য। মেনেজাৰ এজনো আছে সিও তথৈবচ। বৰং সিহঁত দুজনতকৈ খান্‌চামা, বয় আদিৰ ‘চখ’ বহুত বেছি।”

“সেইটোৱে সিহঁতৰ স্বৰূপ বুলি প্ৰমাণ পাইছা নেকি?”

পাৰ্থ সিঙে কলে “অন্ততঃ এতিয়ালৈকে ওলোটা প্ৰমাণো পোৱা নাই। অৱশ্যে এতিয়াও আবিষ্কাৰৰ চেষ্টা চলাই আছো ককাইদেও।”

“ভাল কৰিছা। সেইটো তোমাৰ ওপৰঞ্চি কৰ্ত্তব্য ভাইটি। প্ৰথম আৰু প্ৰধান কাম হ'ল নোটিচ খনৰ বিষয়ে আবিষ্কাৰ কৰা। যদি সফল হব পাৰা তেতিয়া হলে তাৰপৰা বহুখিনি সুবিধা পাম বুলি মই কব পাৰো। মই জানো যে তোমাৰ কামটো গুৰুতৰ। কবলৈ গলে অসাধ্য সাধন বুলিবও পাৰি কিন্তু ভাইটি, তুমি সমাধা কৰিব পাৰিবা বুলি মোৰ সম্পূৰ্ণ বিশ্বাস আছে। ইপিনে মানুহৰ অভাৱ গতিকে তোমাক সা-সহায় দিব নোৱাৰিম।”

পাৰ্থসিঙে হাতযোৰ কৰি কলে "আপোনাৰ বিশ্বাস যেন অটুত ৰাখিব পাৰো তাকেহে আশীৰ্ব্বাদ কৰক গোসাঁই।"

দলপতিয়ে হাত দাঙি আশীৰ্ব্বাদ কৰিলে "জননীয়ে তোমাক কৃতকাৰ্য্য কৰক। এতিয়া শুনা, আজি বিশেষ ডাকযোগে অহা উগ্ৰ ভাইটিৰ চিঠি আৰু তেওঁ পোৱা বেনামী নোটিচ পালো। মিঃ টকীয়ে কেপ্টেনক অনুমানতে কোৱা কথাই ঠিক হল। মালতীৰ মুক্তি পণ হিচাবে পঞ্চাশ হাজাৰ টকা খুজি যান-বাহন যোগনীয়াৰৰ মালিকলৈ এয়া নোটিচখন পঠিয়াইছিল।" বুলি উগ্ৰৰ চিঠিৰে সৈতে নোটিচখন পাৰ্থৰ হাতত দিলে।

হেমিল্টন আৰু পাৰ্থই একেলগে নোটিচ আৰু চিঠি বৰ মনোযোগেৰে পঢ়িলে। হেমিল্টনৰ মুখখনে খণ্ডতে কঠিনাকৃতি ধৰি উঠিল। দাঁত কামোৰণি মাৰিলে। মুখেৰে কোনো কথা উচ্চাৰণ নকৰি দলপতিৰ ফালে চাই থাকিল। পাৰ্থসিঙে জেপৰ পৰা পুলিচ চাহাবৰ পৰা পোৱা নোটিচখনো উলিয়াই মিলাই- চালে। তাৰ পিছত উল্লাসেৰে কলে "ঠিক মিলি গৈছে ককাইদেও। এনেকি একেটা টাইপৰাইটাৰতে টাইপ কৰা কাকত আৰু লিখক আৰু টইপিষ্টো একেজনেই।"

"বুজিলো এতিয়া।" দলপতিয়ে কলে "ইপিনে আমাৰ কামৰো বহুত উজু হব বুলিয়ে মোৰ ধাৰণা। দুৰ্ব্বৃত্তইতে নিশ্চয় আমাৰ ভীমসেনৰ বাবেও পণ খুজি কোম্পানীলৈ আজি নোটিচ পঠিয়ালে। কেপ্টেন দুৰ্ব্বৃত্তৰ কবলত পৰা কথাটো মিঃ টকীক জনোৱাৰ ইচ্ছা নাছিল কিন্তু এতিয়া জনাবলৈ দৰকাৰ হৈ পৰিল। মই যান-বাহন যোগনীয়াৰৰ পৰা কথাটো তেওঁৰ কাণত পেলাই থওঁ যে ভীমসেন হঠাৎ অন্তৰ্দ্ধান হৈছে। তদুপৰি মালতীৰ মুক্তিপণ দাবী কৰাৰ কথাও নিশ্চয় জনোৱা উচিত।"

হেমিণ্টনে মাত লগালে "নালাগে ককাইদেও। আজি দুবছৰৰ পৰা দুৰ্ব্বৃত্তদলে এনেকুৱা অপকৰ্ম্ম কৰি থকা স্বত্বেও পুলিচে সিহঁতক গ্ৰেপ্তাৰ কৰিব পৰা নাই আৰু এই কথা ঠিক যে আমাৰ তিনিজনকো উদ্ধাৰ কৰিব নোৱাৰে। আমি নিজ বাহুবলেৰে সিহঁতক ধ্বংস কৰিম। ভৱিষ্যতে আৰু মুক্তিপণ খাই শকত হোৱাৰ আৱশ্যক নকৰিব।"

দলপতিয়ে পাৰ্থ সিঙলৈ চাই সুধিলে "তুমি কি কোৱা ভাইটি ?"

পাৰ্থ সিঙে কলে "'পা-ফু'ই পুলিচৰ আশ্ৰয় লোৱা কথাষাৰ শুনিবলৈও বেয়া লাগে গোসাঁই। তদুপৰি আমাৰ নিজৰে তিনিজনৰ গাত দুৰ্ব্বৃত্তই হাত দিছে যেতিয়া ,আমিহে সিহঁতৰ বিচাৰ কৰিম। শিয়াল কুকুৰৰ দৰে গুলিয়াই মাৰিম অথবা ভৰিৰে পিহি পৰুৱাৰ দৰে গুৰি ক্ৰৰিম ককাইদেও।"

দলপতিয়ে হাঁহিমাৰি কলে "ধন্যবাদ ভাইহঁত, ঠিক কৈছা। তোমালোকৰ লগত মোৰ মতৰ সম্পূৰ্ণ মিল আছে। 'পা-ফু'ই ন্যায়বিচাৰ কৰি আহিছে আৰু কৰি থাকিব। এজন 'পা-ফু'ৰ অস্তিত্ব থাকে মানে তাৰ লৰচৰ নহয়। এই ক্ষেত্ৰতো সেয়ে হব। আমিয়ে সিহঁতক শাসন কৰিম আৰু দণ্ড বিহিম যদিও সি যথেষ্ট নহব। কিয়নো ইতিপূৰ্ব্বে কেবাটাও দুৰ্ঘটনা সিহঁতে কৰিছে। তাৰ বাবেও চৰকাৰী হিচাবে দণ্ড পোৱা উচিত। মিঃ হেমিণ্টনৰ কথা ঠিক। পুলিচে সিহঁতক বিচাৰি উলিয়াব নোৱাৰে। পাৰিলেও সময় লাগিব। আনপিনে চোৰা, দাগী-আচামী গুণ্ডা-বদমাচ নহলে এনেকুৱা পৰাক্ৰমী আৰু জঘন্য দল গঠন কৰিব নোৱাৰে। নহয় জানো ?"

বাকী দুজনে কলে "হয় ককাইদেও।"

"তেনেহলে এইকথা সহজে অনুমান কৰিব পাৰি যে সিহঁতৰ

কিছুমানৰ নামত হয়তো ছলিয়াজাৰিও হৈ আছে। এতেকে সিহঁতক পুলিচৰ হাতত দিয়াহে উচিত হব। হয়নে নহয় ?"

বাকী দুজনৰ এজনেও উত্তৰ নিদিলত দলপতিয়ে আকৌ কলে "তোমালোকে নিমাত হৈ নাথাকি কিবা একাষাৰ কোৱা ভাইটি।"

হেমিণ্টনে মাত লগালে "মালতীৰ কথা পুলিচক কোৱা হৈছে ককাইদেও। তাৰ পৰা জানো কিবা লাভ হ'ল ? এতিয়া বাকী দুজনৰ কথা জনালেও সেয়েহে হব। বিশেষকৈ 'পা-ফু'ৰ কেপ্টেনৰ অপহৰণৰ কথা পুলিচক জনাবলৈ মোৰ হলে লাজহে লাগে গোসাঁই।"

পাৰ্থ সিঙে কলে "মোৰো সেয়ে মত গোসাঁই কিন্তু আপুনি দলপতি। আপোনাৰ অবাধ্য নহওঁ, যি আদেশ দিয়ে তাকে পালন কৰিম।"

"এনেকুৱা খোলা কথাৰ বাবেই তোমালোকক বৰ ভাল লাগে ভাইহঁত।" বুলি হাঁহিমাৰি দলপতিয়ে কলে "আমাৰ দলত হিটলাৰী নীতি নাই বুলি জানাই নহয়। ভোটত মই হাৰিলো। গতিকে বাকী দুটা ঘটনা পুলিচক নজনাও কিন্তু মালতীৰ মুক্তিপণৰ কথা জনোৱা উচিত হব।"

"সেই কথাত আমাৰ কোনো আপত্তি নাই গোসাঁই।" বুলি বাকী দুজনে সন্মতি দিলে।

"তেনেহলে ভালেই হল। কেপ্টেনৰ বেশেৰে মই মিঃ টকীৰ লগত কেই আষাৰমান কথা পাতি আহিম গৈ। মিঃ হেমিণ্টন হোটেললৈ যোৱা, সাৱধানে থাকিবা। তুমি যে অকলশৰীয়া এই কথা মনত ৰাখিবা দেই। আমি তিনিজনত পৰিছোহি। ইয়াৰে এজন কমিলেও আমাৰ পতন অনিবাৰ্য্য জানিবা। আৰু তুমি মিঃ পাৰ্থ সিং মোৰ লগত এপাক মাৰিব লাগিব। তাৰ পিছত মই তোমাক পূৰবী হোটেলত থৈ আহিম।"

হেমিণ্টন ওলাই গল। দলপতিয়ে টেলিফোনৰ বিচিভাৰ লৈ মিঃ টকীক মালতীৰ মুক্তিপণ খোজা নোটিচৰ কথা জনালে আৰু চাহাবৰ নোটিচখন ফিৰাই দিয়াৰ বাবে এদিনৰ সময় খুজিলে। আৰু কলে যে কামত অতিপাত ব্যস্ত থকাৰ বাবে নিজে যাব নোৱাৰিলে গোক্কৰ তাৰিখে পুৰা যেনেতেনে দুয়োখন নোটিচ ড্ৰাইভাৰৰ হাতত দি পঠিয়াব। পুলিচ চাহাবে সম্মতি জনালত ধন্যবাদ দি ৰিচিভাৰ থৈ পাৰ্থ সিঙৰ সৈতে ওলাই গৈ মটৰত উঠি বহিল। মটৰে চেকুৰ মাৰিলে।

ৰায় চাহাব শুক্লধৰ বৈশ্যৰ নঙলাত মটৰ ৰাখি দুয়োজনে নামি ভিতৰ সোমাই দলপতিয়ে ভীমসেন নামৰ ভিজিটিং কাৰ্ড পঠিয়াই দিলত ৰায় চাহাব বৈশ্য অলপ পিছতে ওলাই আহিল। চাহাবী সাজপাৰ আৰু মুখত বৰ্ম্মা চুৰট। দলপতিয়ে চিনাকি কৰি দিলে "এখেত বিখ্যাত বৈজ্ঞানীক পাৰ্থ সিং, নাম হয়তো শুনিছে।"

ৰায় চাহাবৰ কথাও সম্পূৰ্ণ চাহাবী ধৰণৰ, যেন অলপতে হোমৰ পৰা আহি দুই চাৰি আষাৰ অসমীয়া শিকিছে। কুকুৰে হাড় এটুকুৰা কামুৰি ধৰি মুখখন মেলি থকাৰ নিচিনা চুৰটটো কোৱাৰীৰ ফালেৰে দাঁতেৰে কামুৰি ধৰি কলে "অ' ইয়েচ, মই শুনিছে।" বুলি হেণ্ডশ্বেক কৰিলে। তিনিওজনে বহিলত কথা চহকী ৰায়চাহাবে অবাবতে নিজৰ গুণ নিজে বখানি দুই চাৰি আষাৰ কলে। ডিব্ৰুগড় চহৰৰ প্ৰথম নাগৰিক। গৌৰৱ-যশ-মান-সন্মান বৈ পৰা, চকুত পৰা ধন সম্পত্তি। দুখন চাহ বাগিচাৰ গৰাকী। শেষত কলে যে তিনিখন মটৰ তেওঁৰ আছে যদিও এখন 'প্ৰেচিডেণ্ট' যান-বাহন যোগনীয়াৰৰ পৰা লব। তাৰেই অৰ্ডাৰ এটা লিখি কিমান টকা এড্ভান্স লাগে সুধিলে।

উত্তৰত কেপ্টেনৰূপী দলপতিয়ে কলে "আপুনি অৰ্ডাৰ দিলেই

হব বায় চাহাব। এড্ভান্স দিয়াব কোনো আৱশ্যক নকৰে। গাড়ী ইয়াতে ডেলিভাৰী দিয়াব পিছত মূল্য দিলেই হব। কেৱল এৱাব কথা আপোনাক মনত পেলাই দিবলৈহে আহিলো। পূৰবী হোটেলত টি-পাৰ্টিত অনুগ্ৰহ কৰি যোগদান কৰি কৃতাৰ্থ কৰিব বুলি অধনি মোক কৈছিল।"

"অ' ইয়েচ্," বুলি ঘড়ীলৈ চাই থিয় হৈ কলে "চাৰি বাজিবলৈ বহু মিনিট। মই ইভিনিং ড্ৰেচ কৰি আহিব।" বুলি ভিতৰ সোমাই গল আৰু চাৰি বাজি পোন্ধৰ মিনিট যোৱাত ওলাই আহি নিজৰ মটৰত উঠি নকল ভীমসেনৰ সৈতে বাওনা হ'ল। পাৰ্থ সিঙে দলপতিৰ মটৰ চলাই দিলে

---

—দহ—

তাৰ পিছদিনা চৈধ্য অক্টোবৰৰ আবেলি দুইবজাত পাৰ্থ সিং আৰু হেমিল্টনে একে সময়তে ডাক বঙলাত উপস্থিত হৈ দেখিলে যে দলপতিয়ে কাকত এখিলাত নানা ৰকমৰ অঙ্ক কৰি ভৰাই পেলাইছে। দুয়োজনকে দেখি হাঁহি মাৰি কলে "আহা বহাহি। পাচ মিনিট সময় কটাবলৈ অঙ্ক কৰিছিলো। মোৰ অঙ্ক শেষ হল, দুই বাজিল আৰু তোমালোকো পালাহি, গতিকে আমাৰ জয় সুনিশ্চিত বুলি ভাবিব পাৰো, কি কোৱা ভাইহঁত?"

"নিঃসন্দেহে জয়লাভ কৰাইদেও।" উভয়ে উত্তৰ দিলে।

"বেচ, এতিয়া পাৰ্থ সিঙৰ কথাকে প্ৰথমে কোৱা।"

পাৰ্থ সিঙে কলে "প্ৰায় এশ টাইপ ৰাইটাৰ পৰীক্ষা কৰাৰ পিছত সফল হৈছো ককাইদেও। মোৰ আবিষ্কাৰ নিৰ্ভুল। এয়া নোটিচৰ কথাকে হুবহু টাইপ কৰি আনিছো, চাওক গোসাঁই।" বুলি টাইপ কৰা কাকত এখন দলপতিৰ হাতত দিলে।

কাকতখন হাতত লৈ দলপতিয়ে উল্লাসেৰে কলে "কুশল হওক ভাইটি। কাকত মই চোৱাৰ কোনো আৱশ্যক নকৰে। তোমাৰ আবিষ্কাৰ নিখুঁত হব বুলি মই নিঃসন্দেহ।" বুলি কাকতখন জেপত থৈ কলে "তাৰ পিছত আৰু কিবা খবৰ আছে নেকি ভাইটি?"

"হয় ককাইদেও," পাৰ্থ সিঙে উত্তৰ দিলে "কওঁ শুনক, ৰায় চাহাব শুক্লধৰ বৈশ্যৰ বাগিচাৰ আজি পেমেণ্টৰ দিন আছিল। দুখন বাগিচাৰ পৰা ট্ৰাক দুখন লৈ টকা নিবলৈ সহকাৰী মেনেজাৰ দুজন আহি চাৰে দহবজাত তেখেতৰ ঘৰ পাইছিল। সিবিলাকক টকা দিবলৈ বৈশ্যই নিজে গৈ লোৰ আলমাৰী খুলি দেখিলে যে তাৰ ভিতৰত ফুটা কড়ি এটাও নাই। এনেকি নেশ্যনেল চেভিংচ বেঙ্কৰ চাৰ্টিফিকেট, কোম্পানীৰ কাকত-পত্ৰ, চেয়াৰ-চাৰ্টিফিকেট আদিও নাই। তাৰ ভিতৰত থকাৰ ভিতৰত একেখন কাকতত লিখা আছিল—'পা-ফু'।" তিনিওজনে মুখ টিপি হাঁহিলে।

পাৰ্থ সিঙে আকৌ কলে "পগলাৰ দৰে ৰায় চাহাবে কেইবাৰ মান বাহিৰ ভিতৰ কৰি কৰ্ম্মচাৰীবোৰক ৰৈ থাকিবলৈ কৈ বেঙ্কলৈ যায়। তাত গৈ শুনিলে যে তেওঁ পঠিওৱা এক লাখ টকাৰ চেকখনৰ টকা দহ মিনিট আগতে লৈ গৈছে। তাকে শুনি ৰায় চাহাব বেঙ্কতে মূছৰ্ঁচ যায়। ধৰাধৰিকৈ তেওঁক ঘৰলৈ লৈ যায়। ডিব্ৰুগড় চহৰৰ তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰধান নাগৰিক। গতিকে ডাক্তৰ আদিৰ ব্যৱস্থাৰ কথা নকলেও হব। চেতনা অহাৰ লগে লগে ঘটনাটো পুলিচক জনোৱাত পুলিচ চাহাবে নিজে আহি

ভ্ৰমণ কৰে। কি কম পাইছে জনাৰ উপায় নাই ককাইদেও।”
আকৌ তিনিওজনে হাঁহিলে।

পাৰ্থ সিংহে পুনৰাই কলে “আপ্‌নান সিতৰ দফ্তৰলৈ গৈছিলো। বৰ যত্ন কৰি পুৰাই-পুৰাই অপ্যায়িত কৰিলে। তেওঁৰে মটৰত উঠি ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীও চাই চিতি আৰু উঠাইলৈ গৈছিলো, ককাইদেও। অৱশেষত ইয়ালৈ আহিলো।”

“ধন্যবাদ ভাইটি তোমাৰ দান অমূল্য। এতিয়া হেমিল্টনৰ কথা কোৱা?”

হেমিল্টনে আৰম্ভ কৰিলে “আপোনাৰ নিৰ্দ্দেশ মতে ঠিক এক বজাত মিঃ টকীৰ ওচৰলৈ গৈ নোটিচ দুখন ফিৰাই দিলো। বেঙ্কৰ দুৰ্ঘটনাই তেওঁকো উদ্ভ্ৰান্ত কৰিছে দেখিলো, ককাইদেও।”

“সেইটোৱেই স্বাভাৱিক। বেঙ্ক এক নম্বৰ নাগৰিক নহয় জানো? তাৰ পিছত?”

“তাৰ পিছত,” বুলি হেমিল্টনে হাঁহি কলে “তেখেতৰ পৰাতো আৰু কোনো গোপন বাতৰি পাবলৈ আশা কৰিব নোৱাৰি। পিছে মই পদমেদি অইন উপায়ে সংগ্ৰহ কৰিছো, যে পুলিচ চাহাবে তেতিয়াই এজনক বিশেষ কৰ্মী হিচাবে তৎক্ষণাত গুৱাহাটীলৈ মিঃ ডেভিডৰ ওচৰত সাহায্য বিচাৰি পঠিয়াইছে। আজিয়েই ইয়ালৈ আহিবলৈ বিশেষ অনুৰোধ কৰা হৈছে।”

দলপতিয়ে কলে মিঃ ডেভিডে মেমচাহাবক আগবঢ়াই আনিবলৈ বোধকৰো এতিয়ামানে দমদম বিমান কোঠত নামিল গৈ। শইকীয়া তিনি মাহৰ বাবে ট্ৰেইনিং অফিচাৰ হোৱা কথা জানাই। গতিকে সেই ঠাইত সম্প্ৰতি থাকিল একমাত্ৰ ডাওৰা আৰু দাৰোগা মুকুল বৰ্ম্মণ। গুৱাহাটীৰ অফিচ এৰি ডাওৰা আহিব বুলি বিশ্বাস নহয়। আহিলেও শইকীয়া অবিহনে তেওঁৰ সোঁহাত ছিগা। গতিকে সেই

বিষয়ে আমাৰ চিন্তা কৰিবলৈ সমূলি আৱশ্যক নাই। পিছে অইন এটা বিষয়ত মই চিন্তিত হৈ অঙ্ক কৰিছিলো। তোমালোকে আহি দেখিছাই।"

"কি বিষয় ককাইদেও?" পাৰ্থ সিঙে সুধিলে।

চিগাৰেটত দীঘলকৈ এহোপা মাৰি দলপতিয়ে কলে "মিঃ টকীয়ে মোক মানে আমাৰ কেপ্টেনক টেলিফোনেৰে অনুৰোধ কৰিছে যে কালিলৈ যেন তেওঁৰ লগতে থাকি ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ দুৰ্ঘটনা যাতে ঘটাব নোৱাৰে সেই কামত পাৰ্যমানে সাহায্য কৰো। এতিয়া মচকিল হল এই যে কেপ্টেনৰ অন্তৰ্দ্ধানৰ কথা আমি তেওঁক জনোৱা নাই। আনপিনে হাইদৰাবাদত কেপ্টেন আৰু টকী একেলগে মিলিটেৰীত কাম কৰিছিল। উভয়ে বৰ বন্ধু। কেপ্টেনৰ বিষয়ে টকীয়ে বৰ ভালদৰে জানে। তেনে অৱস্থাত মই সন্মতি নিদিবলৈ টান পালো। তদুপৰি 'মেক আপত' হুবহু কেপ্টেনৰ চেহেৰা ধৰিছো যদিও মাত আৰু ব্যৱহাৰত ঠিক মতে ভাও কৰা টান হব। আকৌ ইপিনে তোমালোক দুজন হে ৰ'লা।"

পাৰ্থ সিঙে হাঁহিমাৰি হাতযোৰ কৰি কলে "আপোনাৰ আশীৰ্ব্বাদ হলেই হব গোসাঁই। সেই বিষয়ে নিশ্চিন্ত থাকক। মাতৰ বিষয়ে মোৰ লগত থকা নিমাত বড়ি এটা খাই ললে দুঘণ্টা মানৰ কাৰণে আপোনাৰ মাত নাইকীয়া হৈ মতাহাঁহৰ মাতৰ দৰে ওলাব। বাকী বুদ্ধি আপোনাক শিকাবলৈ চেষ্টা কৰি মূৰ্খামি নকৰো।"

"ধন্যবাদ ভাইটি, জননীয়ে তোমাক সফলকাম কৰক। ভৱিষ্যতলৈও তোমাৰ অৱদানেৰে বিজয় নিচান উৰুৱাই থাকিম। পিছে হেমিণ্টন ভাইটি, তোমাৰ বন্দীৰ খা-খবৰ কিবা আছে নেকি?"

হেমিণ্টনে উত্তৰ দিলে "সি নিশ্চিন্ত মনেৰে বৰ আয়মত মটৰৰ বাকচত শুই আছে ককাইদেও। আকৌ চল্লিশ ঘণ্টা এইদৰে থাকিব।

এই কানাই কৰ্ম্মকাৰেই দলৰ সোঁহাত স্বৰূপ আছিল। হোটেলৰ মালিক লক্ষণ ওঝা নিতান্ত নিৰীহ ভদ্ৰলোক। মেনেজাৰৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি চলে। সি টকা জমা দিলে লোৱাৰ বাহিৰে কোনো কথাৰ ভু নাপায়। আনপিনে গুণ্ডা দলটোৰ চৰ্দ্দাৰেও ইয়াৰ ওপৰতে পৰিচালনাৰ ভাৰ দিয়ে। চৰ্দ্দাৰ কেতিয়াও হোটেললৈ নাহে, বাহিৰত থাকিয়ে কৰ্ম্মকাৰক হুকুম দিয়ে আৰু ইয়ে যথাযথ হুকুম পালন কৰে অৰ্থাৎ বাকীবোৰৰ হতুৱাই কাম কৰায়। দলটোৰ চৰ্দ্দাৰ বা গৰাকী যিয়েই নোবোলক তাক বাকীবোৰে দেখাও নাই, নামো নাজানে। কেৱল মালিক বুলিলে সেই নেদেখা আৰু নাম নজনা প্ৰাণীটোকে বুজে, আৰু ভয়তে কঁপে। মালিকৰ হুকুম বুলি মেনেজাৰৰ মুখত শুনিলে সিহঁতে বিনা প্ৰতিবাদে সকলো কৰে।"

পাৰ্থ সিঙে সুধিলে "দলৰ আটাইবোৰ দুৰ্ব্বৃত্তই হোটেলত বাস কৰে নেকি ?"

"নকৰে। কৰ্ম্মকাৰৰ তলতে চৰ্দ্দাৰ খানচামা ইস্মাইল, তাৰ লগত বিলু নামেৰে এজন আছে। দেখাত তাৰ কোনো কাম নাই খাই বৈ শুই থাকে। বাওঁহাতৰ আঙুলি আটাইবোৰ কটা গতিকে অকৰ্মা কিন্তু সিয়েই মালিকৰ হুকুম শুনোৱা আৰু পৰামৰ্শ দিয়া, হোটেলৰ আলহীৰ ওপৰত নজৰ ৰখা আদি সকলো কাম কৰে। মালিক নামৰ জন্তুটো নো কোন, ক'ত থাকে ইত্যাদি পৰিচয়ৰ কোনো ফুট এতিয়ালৈকে মই উলিয়াব পৰা নাই ককাইদেও।"

দলপতিয়ে কলে "তাত থাকি তাৰ সন্ধেদ নোপোৱা বুলি মই জানো। সেই ভাৰ তোমাক দিয়াও নাই। কেৱল সিহঁতৰ কৰ্ম্মপন্থা আৰু বা-বাতৰি সংগ্ৰহ কৰাৰ বাবেহে তোমাক তাত থাকিব কৈছো।"

মেনেজাৰৰ অনুপস্থিতত সিহঁতৰ ভয়ানক অসুবিধা হৈছে।

ককাইদেও। আজিলৈকে মালিকে কোনো আদেশ পঠোৱা নাই। আজি নিশা সিহঁতৰ পৰামৰ্শ সভা ইস্মাইলৰ কোঠাত বহিব। সিহঁতৰ সকলো পৰামৰ্শ মোৰ কোঠাত বহিয়েই যাতে শুনিব পাৰো তাৰে বন্দবস্ত কৰিছো, গোসাঁই।"

"ধন্যবাদ ভাইটি। তুমি নোৱাৰা কাম একোৱেই নাই। আয়ে তোমাৰ মঙ্গল কৰক। তোমালোকে এতিয়া নিজৰ নিজৰ কামলৈ যোৱাগৈ। মই উগ্ৰগতিৰ চিঠিৰ বাবে আৰু এঘণ্টা বাটচাব খুজিছো। কেপ্টেনৰো মুক্তিপন বিচাৰিছে নেকি তাকে জনাৰ আৱশ্যক হৈছে। তাৰ পিছত তিনিওজনকে একে ঠাইতে ৰাখিছে নে বেলেগ বেলেগ ঠাইত ৰাখিছে তাৰে সন্ধান লবলৈ মই ওলাই যাম। আজি নিশা আৰু আমি মিটিং নকৰো। বিশেষ দৰকাৰ হলে টেলিফোনেৰে মাতিলে মই আছো নে নাই জানিব পাৰিবা। থাকিলেও ফোনেৰে কথা নকৈ ইয়ালৈ গুচি আহিবা, বুজিছা?"

"বুজিছোঁ, ককাইদেও।" বুলি বিদায় লৈ দুয়োজন ওলাই গল।

পাচ বজাৰ সময়ত দলপতিয়ে কেপ্টেনৰ বেশ এৰি অপৰিচিত বেশ এটা লৈ ওলাই মটৰত উঠি বহিল। [illegible] চেকুৰ মাৰিলে। ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ সমুখেৰে যাওঁতে লক্ষ্য কৰিলে যে কোম্পানীৰ অফিচলৈ এশ গজ মান থকাৰ পৰাই ছদ্মবেশী পুলিচ কেজনমানে সাধাৰণ বাটৰুৱাৰ দৰে টহল দি আছে। কোম্পানীৰ দুৱাৰ মুখত দুজন বন্দুকধাৰী পুলিচ পহৰা। মিঃ টকী আৰু ডাওৰাই এঠাইত থিয় হৈ কেজনমানক কিবা পৰামৰ্শ দিব ধৰিছে। ডাওৰাক দেখি দলপতিয়ে পেটে পেটে হাঁহি আগবাঢ়িল। ডাওৰা আৰু টকীয়ে তেওঁৰ প্ৰতি বৰকৈ নিৰীক্ষণ কৰিও চিনিব নোৱাৰিলে। দুজন পুলিচ পহৰাই তেওঁৰ বাট আগুৰি মটৰ ৰখাই তাৰপৰা ঘূৰাই দিলে। দলপতিয়ে বুজিলে যে এদিন আগৰ পৰাই পুলিচে সেই ৰাস্তাটো বন্ধ

কৰি দিলেই। তেওঁ মিচিকিয়াই হাঁহি মটৰ যুৰাই অইন ফাললৈ চলাই দিলে।

অলপ সময়ৰ পিছত বিলাস বৰাৰ পদূলিত মটৰ ৰাখি মটৰত বহিয়েই ছদ্মবেশ আঁতৰাই নিজৰূপ ধৰি ভিতৰ চোতাললৈ গৈ নীৰলা বৰাক মাতিলত দুৱাৰ মেলি তাই বাৰাণ্ডালৈ ওলাই আহিল। এই তিনি দিনতে তাইৰ চেহেৰা শুকাই খীনাই একো নাইকিয়া হৈ গৈছে। দলপতিয়ে মৰমৰ মাতেৰে কলে "আইটি তুমি ভাবি ভাবি নাখাই নবৈ শৰীৰটো নষ্ট নকৰিবা। তুমি ভাগি পৰিলে ইহঁত তিনিটা এইদৰে কাৰ গাত বাদুলী ওলোমা দিব আই? সিহঁতলৈ চাই হলেও তুমি নিজৰ শৰীৰৰ যত্ন কৰা উচিত। বিপদত ধৈৰ্য্যইহে প্ৰধান সহায়। বিলাসৰ বাবে সমূলি চিন্তা নকৰিবা। তেওঁক সিহঁতে নামাৰে। তেনে কিবা উদ্দেশ্য থকা হলে ইয়াতে মাৰি থৈ গলহেঁতেন। গতিকে মই তোমাক কথা দিলো, বিলাসক উদ্ধাৰ কৰি আনি দিম।"

"আপোনাৰ কথাত মনত বল পালো দেউতা।"

"দেউতা নকবা আইটি, ককাইদেও কবা।" বুলি দলপতিয়ে হাতৰ টোপোলাটো নীৰলাৰ হাতত দি কলে "ইয়াতে অলপ খোৱা বস্তু আছে। ইহঁতকো দিয়া আৰু তুমিও খাবা।"

টোপোলাটো হাতত লৈ নীৰলাই কলে "ইমানবোৰ আনিলে কেলেই ককাইদেও? ইয়াৰে এসপ্তাহ চলিব।"

"এসপ্তাহলৈ বেয়া হৈ যাব। দুদিনত খাই শেষ কৰিবা। যি নহওক, সম্প্ৰতি তুমি মোক চাহ এপিয়লা দিয়া, তোমাৰ লগত চাহ এপিয়লা খাই মই বিলাসক বিচাৰিবলৈ যাম।"

তাকে শুনি নীৰলাই দলপতিক ঘৰৰ ভিতৰত বহুৱাই লৰাছোৱালী তিনিটাৰ হাতত কেক বিস্কুট আদি দি বহুৱাই থৈ ততালিকে চাহ তৈয়াৰ কৰি আনিলে। দলপতিয়ে কোৱাত এবাৰ নোৱাৰি নিজেও

একেলগে বহি থাকে। খোৱা শেষ হ'লত দলপতিয়ে চিগাৰেট এ জ্বলাই লৈ ডুহোপামান মাৰি কাকতৰ টোপোলা এটা উলিয়া নীৰলাৰ হাতত দি কলে "এইখিনি তুমি ৰাখা নীৰলা। যি দৰকা হয় খৰচ কৰিবা। ইয়াৰ পিছত আকৌ পাবা।"

টোপোলাৰ ওপৰৰ কাকতখন গুচাই নীৰলাৰ চকু কপালত উঠিল প্ৰথমে মুখৰ মাতেই নোলাল। তাৰ পিছত কিবা কওঁ বুলি চেষ্ট কৰিলে যদিও স্পষ্টকৈ কোনো কথা উচ্চাৰণ কৰিব নোৱাৰিলে দলপতিয়ে কলে "আচৰিত হৈছা কিয় আইটি? বিলাসে যান-বাহ যোগনীয়াৰত চাকৰি পোৱা নাই জানো? তেওঁৰ এই আকস্মিক বিপদত তোমালোকে সাহায্য পাব নালাগে জানো? সম্প্ৰতি ইয়াত দুই হাজাৰ টকা আছে। তুমি যিমান লাগে খৰচ কৰাচোন বাক কালিলৈ তোমাক নেপালী চাকৰ এটাও আনি দিম। এতিয়া মই উঠিলোহে।" বুলি লৰা-ছোৱালীহঁতক মৰম কৰি ওলাই গল।

---

—এঘাৰ—

কেপ্টেন ভীমসেনে যেতিয়া সাৰ পাই চকু মেলিলে তেতিয়াও তেওঁৰ সম্পূৰ্ণ চেতনা অহা নাছিল। বাহিৰত ৰ'দ উঠিছে যদিও কোঠাৰ ভিতৰখন প্ৰায় আন্ধাৰ হৈয়ে আছে। তেওঁৰ অলস চকুযোৰ আকৌ মুদখালে। সেইদৰে অলপ সময় গল। সেই সময়তে বাহিৰত ক'ৰবাত বিকৃত মাতৰ ভেঁপু দীঘলকৈ বাজিবলৈ ধৰিলে। তাকে শুনি তেওঁৰ তন্দ্ৰা ভাগিল। উঠি বহিবলৈ চেষ্টা কৰিলে যদিও অপৰাগ হল। প্ৰথমে অতি আচৰিত হ'ল। তাৰ

াছত লাহে লাহে মনত পৰিল সকলো কথা। মনলৈ অনুশোচনা াহিল। নিজৰ শক্তিৰ ওপৰত অগাধ বিশ্বাস কৰি গৰ্ব্বেৰে ত্ৰুপক্ষক তুচ্ছ ভাবি সিহঁতৰ ফান্দত পৰি বন্দী হোৱা মূৰ্খামিৰ াবে নিজৰ মনত বিষম লাজ পালে। কলিৰ ভীমে এতিয়া লপতিৰ আগত মুখ দেখুৱাব কেনেকৈ? মালতীক অকলে উদ্ধাৰ ৰি বাহাদুৰি দেখুৱাব খোজোতে নিজৰে এই দশা হৈ দলপতিক াকৌ এটা নতুন সমস্যাতহে পেলালে। এই অপৰাধৰ প্ৰতিকাৰ াই। তদুপৰি উদ্ধাৰৰ আশাই বা ক'ত? বাহিৰত থকা চাৰিজনে ানো তেওঁক বিচাৰি উলিয়াবলৈ সমৰ্থ হ'ব? নাই আৰু উদ্ধাৰৰ াশা সমূলি নাই। আততায়ীয়ে যি কৰে কৰক, 'পা-ফু' দলৰ াগত তেওঁ আৰু মুখ নেদেখুৱায়। গ্লানিৰে অন্তৰ ক'লা পৰিল। ইচ্ছা কৰিয়ে আকৌ চকু মুদিলে। বাহিৰা জগৎখনৰ প্ৰতি উদাস হৈ পৰিল। এই আন্ধাৰ কোঠালীয়ে এতিয়া তেওঁৰ পক্ষে উত্তম।

কেপ্টেনৰ মনটো নিস্তেজ হৈ পৰিল যদিও সেই নিস্তেজতা বেছি পৰলৈ স্থায়ী নহল। হঠাতে দলপতিৰ উপদেশলৈ মনত পৰি ভাবিলে —ধৈৰ্য্য আৰু বুদ্ধি কৌশল। ক্ৰুৰ হাঁহি এটাই ওঠ দুটা বিকৃত কৰিলে। মনতে উচ্চাৰণ কৰিলে 'পা-ফু'-কেপ্টেন ইতৰ দুৰ্ব্বৃত্তৰ হাতত বন্দী! পশুৰাজ শিয়ালৰ ফান্দত? কলিৰ ভীম বুলি যেয়ে মনত গৌৰব কৰে তাৰ পক্ষে এনেকুৱা নিস্তেজ হৈ পৰাটো অমাৰ্জ্জনীয় অপৰাধ। নিজৰ বাহুবল আৰু দলপতিৰ পৰা পোৱা মনোবল বিপদৰ প্ৰধান সাৰথি—বুদ্ধি-কৌশল আৰু ধৈৰ্য্য। কেপ্টেনে কাকো পৰোৱা নকৰে।'

তেতিয়াহে তেওঁ নিজৰ বন্দী অৱস্থালৈ চকু দিলে। লোহাৰ শিকলি এডালেৰে মেৰাই এনেকৈ গাৰে সৈতে বান্ধিছে যে হাত লৰচৰ কৰিবকে নোৱাৰে। তদুপৰি ভৰি দুখনত এডাল জৰীৰে

কট্‌কটীয়াকৈ বান্ধি চিতে চিতে পেলাই থৈছে। শত্ৰুৱে জানে
এই শিকলি বন্ধনৰ দ্বাৰা হাত দুখন অচল হৈ থাকিলে ভবিৰ গাঁ
সোলোকাব নোৱাৰে। কেপ্টেনে মনতে উচ্চাৰণ কৰিলে 'কি
মূৰ্খইতে নাজানে যে হায়দৰাবাদত থাকোতে প্ৰফেচাৰ ৰামমূৰ্ত্তি
কৃপাত তেওঁৰে প্ৰিয় শিষ্য হিচাবে শিকলি ছিঙাত ময়ো ওস্তা
আছিলো,' বুলি আনন্দতে হাঁহিলে।

তেওঁ উঠি বহিবলৈ আকৌ এবাৰ চেষ্টা কৰিলে, কিন্তু মূৰটো সমূলি দাঙিব নোৱাৰিলে। বাগৰ সলাবলৈ যত্ন কৰোতে মূৰত কোনোবাই যেন হুলেৰে খোচ মাৰিহে দিলে। কালি নিশাৰ কোবলৈ মনত পৰিল, কিমান জখম বা হৈছে চোৱাৰ উপায় নাই। সম্প্ৰতি লাগে অধ্যবসায়—উঠিবলৈ পুনঃ পুনঃ চেষ্টা। শৰীৰৰ তেজ চলাচল নহলে গাত শক্তি পোৱা নাযাব। এবাৰ দুবাৰকৈ কেবাবাৰো চেষ্টা কৰিলত ক্ৰমে অলপ অলপকৈ মূৰটো তুলিব পৰা হল। আৰু কেবাৰ-মানৰ পিছত ভৰি মেলা থাকিলেও ইছোৱা পোন কৰি বহি আৰামৰ নিশ্বাস পেলালে। ইকাতি-সিকাতি আৰু সমুখৰ ফালে দোঁ খুৱাই শৰীৰটো সতেজ কৰি তুলিলে। লগে লগে মনলৈ নতুন বল আহিল।

নাকত কিবা এটা বেয়া গোন্ধ, পেটটোও যেন অলপ আঁকোৰ-পাকোৰ কৰিছে। ভাবিলে দস্যুইতে নিশ্চয় ক্লোৰোফৰ্ম দি অচেতন কৰিছিল, নহলে মুৰৰ আঘাতত ইমান সময়লৈ বেহুচ হৈ নাথাকিল-হেঁতেন। কিমান সময় বা হ'ল সেই সন্ধিয়াৰ পৰা? কোঠালীটোৰ এটা ভেকেটা ভেকেট গোন্ধ। খিড়িকী নায়েই, দুফালে দুখন মাত্ৰ দুৱাৰ, বন্ধ অৱস্থাত আছে। ওপৰৰ সৰু সৰু হুকুণ্ডা কেইটামানেৰে সামান্য বতাহ আৰু অলপ পোহৰ আহিছে যদিও তাৰ পৰা কোনো লাভ হোৱা নাই।

নিশ্চেষ্ট হৈ বহি নাথাকি কেপ্টেনে শিকলি ছিঙিবলৈ কচৰৎ াৰম্ভ কৰিলে। প্ৰথমে দীঘলকৈ উশাহ এটা লৈ অলপ সময় বন্ধ ৰি ৰাখিলে। হঠাৎ কোনোবাই যেন মূৰত খোচ মাৰিহে দিলে, ন্ত্ৰণাত আৰ্ত্তনাদ কৰি উঠিল। মূৰটো নিশ্চয় ফাটিছে। কিমান খম হৈছে চোৱাৰ উপায়তো নায়েই, হাত বুলাই অনুভৱ কৰাৰো উপায় নাই। হানা-খোচা কৰিবই লাগিছে। তথাপি ভ্ৰূক্ষেপ নকৰি আৰু চাৰিবাৰমান অভ্যাস কৰিলে। আগতকৈ বেছি সময় উশাহ বন্ধ কৰি ৰাখিবলৈ সমৰ্থ হল।

এনেতে আকৌ এবাৰ ভেঁপু বজোৱাৰ শব্দ হ'লত কেপ্টেনে ভালকৈ বুজিলে যে কোনোবা কলঘৰৰ হুইছেল। অথনি বাৰ বজাত বাজিছিল এতিয়া হয়তো এক বাজিল। সেই সময়তে দুৱাৰৰ বাহিৰৰ শিকলিত জনজনাই শব্দ হৈ দুৱাৰ মেলখালে। মানুহ এজনে ভুমুকি মাৰি চাই দুৱাৰখন সামান্য মেলাই ৰাখি ওচৰলৈ আহিল। কেপ্টেনৰ মুখলৈ চাই কলে "সাৰি পাইছ বাবু, চাহ-পানী খাবি নে কি খাবি?"

কেপ্টেনে তালৈ চাই দেখিলে যে খানচামাৰ পায়জামা আৰু দীঘল চোলা, মূৰত বগা পাগুৰি এটাও আছে। মাত কথাৰ পৰা আচল খানচামা যেন নালাগে। তথাপি তাক দেখি ভালেই পালে। কিবা খা-খবৰ নিশ্চয় পোৱা যাব। শান্ত মাতেৰে কলে "কি খুৱাব খোজ নো? তই হবলা খানচামা? কি নাম নো তোৰ ককাই?"

খানচামাৰ মনটো যেন প্ৰফুল্ল হৈ কলে "তই মোক গালি নাপাৰিলি বাবু? আগে পিছে সকলোৱে মোক দেখিলে গালি পাৰি উঠে। মোৰ নাম নিকোলাদে বাবু। মোৰ বাপ এই বাগানৰ চৰ্দ্দাৰ আছিল। মই আৰু সেই বাব ভাল নাপাওদে বাবু। সৰুৰ পৰাই চাহাবৰ বয়-খানচামা হৈ আছোঁ। দৰমহা পাওঁ, ভাল খানাপিনা, বিলাতী মদ, চব বস্তু—এহ্...ছিঃ।"

"কিহল অ' নিকোলা কাই ?" কেপ্টেনে সুধিলে।

"কথা কবৰ মানা বাবু, চাহাবে শুনিলে মোক মাৰিব দে বাবু।"

কেপ্টেনে মৰমৰ মাতেৰে কলে "তেনেহলে তই যাগৈ ককাই, অবাবত কিয় মাৰ খাই মৰিব লাগিছে। মই এনেয়ে পৰি থাকিম, নাখাই মৰিম কিন্তু তোক বিপদত নেপেলাওঁ।"

নিকোলাই কেপ্টেনৰ ওচৰতে বহি সৰুকৈ কলে "নহয় দে বাবু, তোকহে কৈছো অইনক নকওঁ। খানা দিবৰ হুকুম আছে কিন্তু খুব কম। খাই বাচিবি কিন্তু পেট নভৰে, দুবলা হৈ যাবি আৰু।"

"নাখালেও বাচি থাকিম দে নিকোলা কাই। তোৰ মৰম লাগিছে যদি মূৰটো চাই ক চোন—উস্ আইও মৰিলো—মোৰ মূৰটো কেবা ঠাইতো ফাটিছে নেকি ?"

নিকোলাই পাছফালে গৈ চাই "ইস্! হায় হায়" বুলি কলে "তিনি ঠাইত ফাটিছে দে। উস্ তেজমখা গোট মাৰি চুলিৰে সৈতে লগ লাগিছে বাবু।"

"ধন্যবাদ নিকোলা কাই। তই মোক কাতি কৰি বগৰাই পেলাই থৈ যাবিনে ? চিতে চিতে শুলে মূৰত দুখ পাওঁ। খানা-পিনা একোকে নালাগে। উস্—আস্..."

"ইস্...ৰ' বাবু, চাহ খালে অলপ ভাল পাবি আৰু। মই চাহ আনোগৈ।" বুলি উত্তৰলৈ বাট নাচাই ওলাই গল। দুৱাৰখন আধা মেলা অৱস্থাত এৰি থৈ যোৱা দেখি কেপ্টেনে ভাবিলে 'অন্ততঃ যদি ভৰি দুখনো মুকলি থাকিলহেঁতেন।' মনতে নানান কথা আলোচনা কৰিবলৈ ধৰিলে। সেইদৰে ভাবি থাকোতেই নিকোলাই চাহ লৈ আহিল। লগতে দুটা সিজোৱা কণী। তাকে দেখি কেপ্টেনে কলে "সেইবোৰ কিয় আনিছ ? ফিৰাই লৈ যা, চাহাবে গম পালে তোক

মাৰিব। চাহো অকনমানহে দিবি। ডিঙিটো তিয়াই লব পাৰিলেই হব।”

“চাহাবে কেনেকৈ গম পাব? সি নাই নহয়। কালিয়েই গৈছে। মেনেজাৰো নাই, বাগানত কাম চাব গৈছে। মই অকলে আছো. যিমান পাৰ খা বাবু।”

“কিন্তু এই অৱস্থাত খাওঁ কেনেকৈ? শিকলিডাল খুলি হাত মোকলাই দিলেহে খাব পাৰো।”

“চাবি মোৰ হাতত নিদিয়ে বাবু। চাহাবে ৰাখে। মেনেজাৰকো দিয়ে মোক হলে নিদিয়ে। মই খুৱাই দিওঁ দে, তই খা।’ বুলি ফিভিং কাপেৰে চাহ খুৱাবলৈ ধৰিলে। কণী দুটা চামুচেৰে এটা এটাকৈ কেপ্টেনৰ মুখত দিলে।

একাপ খোৱা হ’লত নিকোলাই আকৌ কাপত বাকিব ধৰোতে কেপ্টেনে সুধিলে “হেৰ নিকোলা কাই, চাহত কি মিহলি কৰিছ অ’? গাটো ভাল লাগিব ধৰিছে দেখোন।”

ফিচিক কৰে হাঁহি নিকোলাই উত্তৰ দিলে “বেছি নহয় বাবু, মাত্ৰ এক পেগ বিলাতী মদ দিছোঁ। এই খিনি খা আৰু ভাল পাবি। মাংস খাবি বাবু? মূৰ্গীৰ ভাল কাৰী ৰান্ধিছিলো চাহাবলৈ।”

কেপ্টেনে কলে “মোৰ বাবে তই মাৰ খাই মৰিব নালাগে যা বাচা।’ মোক কতি কৰি থৈ যা।”

“তই নকলে তাক কোনে কবঐ? আনোগৈ ৰ’…” বুলি ওলাই গৈ কিছু সময়ৰ পিছতে এক প্লেট কাৰী লৈ আহিল। অলপ অলপকৈ খুৱাই দি বাকী চাহকণো খুৱাই দিলে। খোৱা শেষ হলত কেপ্টেনে সুধিলে “তোৰ ঘৰত আৰু কোন কোন আছে অ’ নিকোলা কাই?”

হুমুনিয়াহ কাঢ়ি সি উত্তৰ দিলে “নাইদে বাবু, বুঢ়া-বুঢ়ী মৰিছে।

কলীক চাদি কৰিছিলো, চাহাবৰ লগ্নত গৈ চহৰত থাকিছে, আৰু নাহে।”

“আয়ে দেহি মাইকীজনীয়ে এবি গল? আন এজনী নলৰ কেলেই? যি নহওক বাৰু, এটা কথা শুন নিকোলা কাই। মই যাওঁতে তোক গুৱাহাটীলৈ লৈ যাম। তাত আমাৰ মটৰ আৰু এৰোপ্লেনৰ কাৰখানাত থাকিবি। মাজে মাজে আকাশত ঘূৰিব পাৰিবি, মটৰত উঠি ঘূৰিবি। দৰমহা মাহে আশী টকাকৈ পাবি, যাবিনে?””

“যাব পাৰিলো হয়, ইয়াত তো দৰমহা নিদিয়েই, মাহে ডেৰকুৰি-কৈ মাইকীজনীৰ হাতত দিয়া বুলি কয় কিন্তু তাইৰ লগত মোৰ দেখাকে নহয়। পিছে যাবি কেনেকৈ চাহাবে মাৰিব, কাটিব।”

“সেই বিষয়ে তই ভাবিবই নালাগে। দুই এদিনতে তোৰ চাহাব মৰি থাকিব চাবি। নমৰিলেও পুলিচৰ হাতত পৰি ফাটেকত পৰিব।”

“তেতিয়া হলে বৰ ভাল হয় বাবু। মোৰ মাইকীজনী সি নৈ গৈছে। এবাৰ মই পলাইছিলো সি ধৰি আনি মোক আধামৰা কৰিছিল, এয়া গালৰ দাগটো এতিয়াও আছে চা। ডেগাৰেৰে কাটি দিছিল। কিমানবোৰ মাইকী আনি বঙলাত ৰাখে, কি কম বাবু?”

“দুই এদিনতে আৰু এজনী আনিছে নেকি?”

“নাই অনা বাবু। শুনিছো বৰ চাহাবে কালিলৈ নিজে আনিব।”

“বৰ চাহাব আকৌ কোন অ’? কি নাম?”

নিকোলাই উত্তৰ দিলে “নাম নাজানো অ’ বাবু। তাক চবে ভয় কৰে। মাজে মাজে আহে। বঙলাত থাকে, মদ খায়, ফূৰ্ত্তি কৰে।”

দলপতিৰ নিচিনাকৈ ‘পা-ফু’ দলৰ বাকীবিলাকেও ততালিকে

মানুহৰ লগত আপোন হৈ পৰিবলৈ কৌশল জানে। অলপ পৰৰ কথা-বাৰ্ত্তাতে কেপ্টেনে নিকোলাৰ বুকুত সোমাই ললে। নিকোলাই যে চাকৰি কৰে সি টকাৰ বাবে নহয় কিয়নো নদী চাহাবে তাক পাই-পইচা এটাও নিদিয়ে। ভাল পোৱা বা চাহাবক ভক্তি কৰা বাবেও নহয় বৰং চাহাবৰ প্ৰতি তাৰ হিংসা ভাব এটা তুঁহৰ জুইৰ দৰে উমি উমি জ্বলি আছে। অলপ বতাহ পালেই দপ্ কৰে জ্বলি উঠিলহেঁতেন কিন্তু সেই সুযোগ নাই। সি চাকৰি কৰে প্ৰাণৰ ভয়ত। কামত অলপ হীন-ডেঢ়ি দেখিলেই নদী চাহাবে এনেকি মেনেজাৰেও তাক নিষ্ঠুৰ ভাবে পীড়ন কৰে। পলাবলৈ পথ নাই। তাৰ জাতি-ভাই বিলাকেই ধৰি বান্ধি আনি আকৌ চাহাবৰ হাতত পেলাই দিয়ে। গতিকে বাধ্যত পৰিহে সি অনিচ্ছা স্বত্বেও চাকৰি কৰি আছে। বন্ধু-বান্ধৱ দূৰৰ কথা সুখ-দুখৰ কথা পাতিবলৈও তাৰ কোনো নাই। কেপ্টেনৰ চেনেহসনা কথাই তাৰ চকুপানী উলিয়ালে।

ভিতৰুৱা কথা নিকোলাই একোকে নাজানে কিন্তু চকুৰ আগত যিবোৰ দেখে-শুনে সেই আটাইবোৰ সি অকপটে কেপ্টেনক জনালে। কেপ্টেনক য'ত ৰাখিছে সেইটো ঘৰ বঙলাৰ পাছফালে থকা টিলাটোৰ আঁৰত। এই ঘৰ আৰু বঙলাৰ মাজত বাবুৰ্চিখানা, গতিকে সমুখৰ ফালৰ পৰা এই ঘৰটো সমুলি দেখা নাযায়। ৰাবুৰ্চিখানাৰ এটা সৰু কোঠাত সি থাকে। বঙলাৰ কোঠালী বহুত। তাত মেনেজাৰ অকলে থাকে যদিও মাজে মাজে আঠ দহজন গোট খায়হি। এদিনমান থাকি আকৌ গুচি যায়। কলৈ যায় কি কৰে সি নাজানে। শুনিছে সেইকেজনে হেনো চাৰিওফালৰ বাগিচাবোৰত ঘূৰি ফুৰে। মাজে মাজে মটৰত উঠি দাৰোগা বাবু এজনো আহে। মদ খায় ফুৰ্ত্তি কৰে। নিকোলাৰ আঙুলিৰ

টিপচহীও সি নিছে আৰু কৈ গৈছে বোলে সি আকৌ পলালে তাক ধৰি আনি ফাঁচী দিব।

এইদৰে আৰু বহুত খবৰ নিকোলাই কেপ্টেনৰ আগত ভাঙিলে। কেপ্টেনে বুজিলে যে ইহঁতৰ দল বেছ ডাঙৰ। আগেয়ে যি ভাবিছিল তাৰ বিপৰীত। কিন্তু সিহঁতৰ উদ্দেশ্য কি তাকে বুজিবলৈ নোৱাৰি চিন্তাত পৰিল। তাৰ পিছত সুধিলে "বাৰু নিকোলা কাই, কালি মোক কোন সময়ত ইয়ালৈ আনিছিল? সিহঁতৰ কেইজন মানুহ আছিল তই কব পাৰনে?"

সি উত্তৰ দিলে "কালি নহয় অ' বাবু, তহঁতক পৰহি শেষ ৰাতি আনিছিল। নদী চাহাব লগত আছিল, বাকী চাৰিজনে তোক মটৰৰ পৰা দাঙি আনিছিল। আৰু তাক দুজনে···"

বাধা দি কেপ্টেনে সুধিলে "আৰু কাৰ কথা কৈছ? আৰু এজনক আনিছে নেকি? ক'ত ৰাখিছে? কি খুৱাইছে?"

নিকোলাই উত্তৰ দিলে "হয়দে বাবু, সিটো কোঠাত তাক বান্ধি থৈছে। তোৰ ভাইৰ দৰে দেখি। তাক খানা দিয়াও মানা কৰিছে। তাৰো মূৰত তেজ দেখিছো। নদী চাহাবে তহঁতক বেজী লগাই দি গৈছিল। কালি ৰাতিও এটাকৈ বেজী দি গৈছে।"

কেপ্টেন মহা চিন্তাত পৰিল। ভায়েকৰ দৰে দেখি যদি দলপতিকে ধৰিলে নেকি? অথবা অইন কোনোবা এজনকো বন্দী কৰিব পাৰে। কিয়নো 'পা-ফু' দলৰ আটাইকেজনকে ভায়েক-ককায়েকৰ দৰে দেখি। নেদেখিলে বুজাৰ উপায় নাই। কিন্তু নিজৰ এই অসহায় অৱস্থাত সহায় কৰা দূৰৰ কথা অৱস্থা চোৱাৰো উপায় নাই।

কিবা এটা শব্দ শুনি নিকোলাই কোনো কথা নকৈ হঠাত লৰমাৰি তাৰ পৰা ওলাই দুৱাৰখনত বাহিৰৰ পৰা তলা লগাই থৈ গল। কেপ্টেনে বুজিলে হয়তো কোনোবা এজন আহিছে। তেওঁৰ ওচৰলৈ

হয়তো আহিব। বেঙ্গী দিয়া কথা শুনি বুজিলে যে ইহঁতে নিশ্চয় মৰ্ফীয়া ইনজেকশ্যন দি দুদিন পেলাই থৈছিল। আকৌ এতিয়া হয়তো ইনজেকশ্যন দিব। অন্ততঃ যদি হাত দুখনো মুকলি থাকিল হেঁতেন!

অলপ পাছতে মটৰৰ শব্দ হল। উদ্বিগ্ন মনেৰে কেপ্টেনে বাট চাই থাকিল। লগে লগে শিকলি ছিঙিবলৈ কচৰৎ কৰিলে। কিন্তু শিকলিডালে এই দুদিনতে মাংস পেশীবোৰত গাত কৰি সোমাইছে। বিশেষকৈ বাউসীদুটাত আৰু বুকুত। গাটো ফুলাব খুজিলেই চাল কাটি পেলাব। শিকলিডাল যদি পিছলাই তল-ওপৰৰ কোনোবা ঠাইলৈ নিব পাৰিলেহেঁতেন। অলপ ৰৈ তেওঁ তাৰেই চেষ্টা কৰিবলৈ ধৰিলে। নিশাহ দীঘলকৈ এৰি বুকুখন পাৰে মানে সৰু কৰি দিবলৈ ধৰিলে। থুতুৰিৰে শিকলিডাল অলপ অলপকৈ তললৈ হেঁচি দিলে। এই প্ৰচেষ্টাৰে বহুত বাৰ যত্ন কৰাৰ পিছত শিকলিডাল অকণমান তললৈ নমাব পাৰি বাউসীৰ বিহ সকাহ পাই মনত ৰং পালে।

সেই সময়তে দুৱাৰ মেলাৰ শব্দ পাই কেপ্টেন নিশ্চেষ্ট হৈ স্থিৰ ভাবেৰে বহি থাকিল। নিকোলাই দুৱাৰ মেলি সিজনক বাট এৰি দি আঁতৰি থিয় হল। তাৰ মুখ শুকান। ভয়ত ভঁগৰন্ত কপিছে। যদি কেপ্টেনে তাৰ কথাবোৰ কৈ দিয়ে তেনেহলে তাৰ ৰক্ষা নাই। দুৱাৰৰ ওচৰতে সি থিয় হৈ থাকিল। তাৰ লগত অহাজনে দুপ-দাপ শব্দ কৰি কেপ্টেনৰ সমুখলৈ আহি চাৰিহাতমান আঁতৰত থিয় হল। কেপ্টেনে মূৰ তুলি নাচালে যদিও চাহাবী পোছাক দেখি বুজিবলৈ বাকী নাথাকিল যে এৱেঁই ছোট চাহাব বা নদী চাহাব। তথাপি মূৰ তুলি তাৰ মুখলৈ নাচাই তলমূৰকৈ বহি থাকিল। যেন মূৰ দাঙিবকে নোৱাৰে, গাটো যেন অলপ অচৰপ কঁপিছে তেনেকুৱা অৱশ ভাব এটাৰ অভিনয় কৰি থাকিল।

তাকে দেখি চাহাৰে কেপ্তেনৰ ভাওকে প্ৰকৃত বুলি ভাবি লৈ মাত লগালে "ভীমসেন ডাণ্ডবীয়া ?"

কেপ্তেনে মূৰ তুলি চাবলৈ বৰ চেষ্টা কৰিলে কিন্তু ডিঙিৰ হাড় যেন ভাগিহে গৈছে, মূৰটো আকৌ নুকুৰ মাজলৈ দোঁ খালে।

নিকোলাইলৈ চাই নদী চাহাবে সুধিলে "হেই বয়, তই এওঁক খাবলৈ কিবা দিছনে নাই ? বদমাচ, পাজি ?"

কেপ্তেনৰ ভাও বুজিব পাৰি নিকোলাৰ প্ৰাণত জীৱ আহিল। মনত সাহ পাই উত্তৰ দিলে "চাহ অলপ আনি দিছিলো, চাহাব। পিছে সি মূৰকে তুলিব নোৱাৰে, মুখকে মেলিব নোৱাৰে, খাব কেনেকৈ ? পেলাই দিছোঁ।"

খঙেৰে চাহাবে কলে "ডেম্ উল্লু, তই খুৱাই দিব নোৱাৰিলি কেলেই ? তোৰ হাত নাই ? এওঁক ভালকৈ খুৱাই দে। কফি আৰু ব্ৰাণ্ডি দিবি। কনী সিদ্ধ, ওমলেট, ৰুটি মঙ্গহ যি আছে আনি এতিয়াই ভালকৈ খুৱাই দে। তোক পোন্ধৰ মিনিট সময় দিছো, বুজিছ ? এতিয়া তুই বাজিল। আটৈ বজাত মই এওঁৰ লগত কথা পাতিব লাগে। বঙলাত মোৰ বাবে এবটল মদ আৰু খানা সজাই থৈ আহি এওঁক ততালিকে খুৱাই তোল।" বুলি কৈ ডুমদামকৈ চাহাব ওলাই গল। পাছে পাছে নিকোলাও গল।

কেপ্তেনে পেটে পেটে হাঁহিলে। মনতে ভাবিলে এবা, আজি দুদিন পেটত পানী এটোপাকে পৰা নাই। পেটৰ নাড়ী শুকাই গৈছে। আকৌ এবাৰ খাই লৈ গাত বল বাক্সি লোৱা যাওক। তাৰ পিছত যি হয় দেখা যাব। প্ৰায় পাচ মিনিটৰ পাছতে নিকোলাই কনী সিদ্ধ, ৰুটি, ওমলেট আৰু এবাটি মাংসৰ কাৰী লৈ আহিল। সেইবোৰ থৈ ব্ৰাণ্ডি মিহলি কফি আনিলে। কেপ্তেনে দুৱাৰখন

জপাই থৈ আহিবলৈ ইঙ্গিত দিলত সি দুৱাৰ জপাই থৈ আহিল। ওচৰতে বহি ফুচফুচাই কলে "ভয় নাই দে বাবু, সি মদ আৰু খানা খাব ধৰিছে। ইয়ালৈ এতিয়া কেনেকৈ আহিব? তই সোনকালে খাই ল।"

কেপ্টেনে মূৰটো আগুৱাই নিকোলাৰ গালত চুমা এটা খাই কলে "দে বোপাই তয়ে মোৰ মা-বাপ। যিমান দিব পাৰ সিমান খাম। আজি দুদিনৰ লঘোন একে সাজতে পূৰা কৰি যদি পাৰো গাত বল বান্ধি লওঁ দে।"

নিকোলাৰ চকুৰে পানী ওলাল। চকুপানী মচি সি এবিধ এবিধ কৈ খুৱাই দিবলৈ ধৰিলে। আটাইবোৰ শেষ কৰি পৰিতৃপ্ত হৈ কেপ্টেনে উগাৰ মাৰি কলে "গাত বল পাইছো বোপাই। এতিয়া মোৰ জেপত চিগাৰেট আছে যদি মোৰ মুখত এটা দে। তাৰ পিছত এটা কাম কৰি দিবিনে বাচা?"

চিগাৰেট এটা উলিয়াই আনি মুখত দি দিয়াছলাই জ্বলাই দি নিকোলাই সুধিলে "কি কাম বাবু?"

চিগাৰেটত কেই হোপামান মাৰি কেপ্টেনে কলে "মোৰ বাউসী আৰু বুকুত বৰ দুখ পাইছো। শিকলী ডাল দুই আঙুলমান তললৈ নমাই দিবিনে ভাই?" নিকোলাই ততালিকে তাকে কৰিলত আকৌ কলে "এয়া বুকুত লাগি থকা শিকলিৰ আঙঠিটো ঘূৰাই দে চোন, আৰু ঘূৰা···আৰু অলপ। বেছ হব এতিয়া সেইদৰে থাকিবলৈ দে।"

সেই সময়ত বঙলাত কলিং বেল বাজিল। বাচনবোৰ সেইৰকমে এৰি থৈ নিকোলা ওলাই লৰ মাৰিলে। কেপ্টেনে আকৌ কচৰৎ কৰিবলৈ ধৰিলে। কেবাবাৰো বল দিয়াৰ পিছত নিকোলাই পথালিকৈ দিয়া আঙঠিটো অলপ বেঁকা হল। কেপ্টেনৰ মন আনন্দত নাচি উঠিল। সি অহাব আগেয়ে ছিঙিব পাৰিলে···

এনেতে বাহিৰত খোজৰ শব্দ শুনি স্থিৰ হৈ বহিল। প্ৰথমে চাহাব আৰু পাছে পাছে নিকোলা সোমাই আহিল। ভাও নকৰি কেপ্টেনে মূৰ ঘূৰাই চাহাবৰ মুখলৈ চালে। নাকৰ বাওঁফালে ক'লা তিলটো দেখি দপকৰে চকুযুৰি জ্বলি উঠিল যদিও লগে লগে সেই ভাব দমন কৰিলে। মনতে কলে—অ' ইয়েই এন, বৈশ্য, ইয়েই গাহৰি মাৰ্কা ডেকা। গাহৰিৰ দৰে হৃষ্ট-পুষ্ট হয় কিন্তু গাত বল শক্তি যথেষ্ট আছে। মালতীয়ে তাৰ গাৰ ঢিলা চোলা দেখি ভবা দৰে নিশকতীয়া নহয়। এজন পালোৱান বুলিব পাৰি।

নদী চাহাবে অলপ ডাঙৰকৈ হাঁহি এটা মাৰি কলে "মিঃ প্ৰ'প্ৰাইটাৰ, গা নিশ্চয় ভাল পাইছা নহয়নে? হেই বয়, বাচনবোৰ উঠাই লৈ যা।"

নিকোলাই বাচনকেখন লৈততালিকে ওলাই গল। কেপ্টেনে কলে "হয়, তোমাৰ বুদ্ধিৰ শলাগ লৈছো। কিন্তু সম্প্ৰতি তোমাক এটা ধন্যবাদহে দিলো। তাৰ বাহিৰে অইন পুৰস্কাৰ দিবলৈ অক্ষম, তাৰ বাবে মই দুখীত। এৰা, গা বেছ সুস্থ অনুভৱ কৰিছোঁ। মূৰৰ বিষৰ বাহিৰে মগজুও বেছ পৰিষ্কাৰ হৈছে।"

চাহাবে কলে "সেইকণ কষ্ট তুমি নিজে লৈছা। আমাৰ গাত সমূলি দোষ নাই। তুমি লোকৰ ঘৰৰ ভিতৰত চুৰ কৰিবলৈ সোমাইছিলা আৰু হাতত এটা সাংঘাতিক পিস্তলো আছিল। গতিকে তোমাৰ উদ্দেশ্য অসৎ আছিল। তাৰ বাবে এই শাস্তি ভোগ কৰিছা। যি নহওক, কথা নবঢ়াও। তোমাৰ চেক্ৰেটৰীৰ মুক্তিপণ খুজি আমি যি পঞ্চাশ হাজাৰৰ দাবী কৰিছিলো সেইখিনি যদি দিয়া তেনেহলে তাইকো মুক্তি দিম আৰু তোমাকো ক্ষমা কৰি এৰি দিম। তোমাৰ জেপৰ চেক বহী এয়া মোৰ হাতত। যদি সন্মত হোৱা উভয়ে মুক্তি পাবা।"

কেপ্টেনে কলে "কিন্তু চেক দিলেই যে তুমি এৰি দিবা তাৰ কি বিশ্বাস আছে? তোমালোকৰ নিচিনা ভদ্ৰলোকবোৰক কোনো গুণ্ডা বদমাচেও বিশ্বাস নকৰে। যদি মুক্ত কৰি দিবৰ মতলব আছে তেন্তে তেওঁক মোৰ সমুখলৈ আনা। মই চেক লেখি দিয়াৰ লগে লগে এৰি দিয়া।"

নদী চাহাবে কলে "মোক মূৰ্খ বুলি ভাবিলা? তুমি চেক লিখি দিয়া। মই চেক ভঙাই অনাও। টকা মোৰ হাতত পৰাৰ লগে লগে দুয়োজনে খালাচ পাবা।"

কেপ্টেনে কলে "তোমাৰ কথাত বিশ্বাস কেনেকৈ কৰিম? পিছে খালাচ নিদিলে কি হব?"

গাহৰি মাৰ্কাই কলে "মোৰ কথাত বিশ্বাস কৰিবই লাগিব। জানা মই কোন? 'পা-ফু' দলৰ নাম শুনিছা? আমিয়েই সেই 'পা-ফু' দল।"

"অ' হয় নেকি?" কেপ্টেনে বাৰে বাৰে নাকৰ তিলটোলৈ চালে। তাৰ পিছত কলে "তোমাৰ ক'লা তিলটোৰে সৈতে জোঙা নাকৰ আগটো বেছ ধুনীয়া।"

কেপ্টেনৰ মনৰ ভাব সুবুদ্ধি চাহাবে মনত ৰং পালে যদিও সেই কথা প্ৰকাশ নকৰি কলে "চোৱা মিঃ ভীমসেন তোমাক ভাবিবলৈ অ.পি সময় দিলো। ইতিমধ্যে মই আন এটা কাম শেষ কৰি আহোঁগৈ। যদি তোমাৰ সুবুদ্ধি হয় তেনেহলে মোৰ কথামতে কাম কৰিবা। নহলে তোমাৰো দশা তাৰ দৰেই হব।" বুলি নিকোলাক মাতিলে।

দুৱাৰৰ বাহিৰতে নিকোলা ৰৈ আছিল। ভিতৰ সোমাই আহিলত কলে "দুই নম্বৰৰ তলা খোল। বন্দীৰ মুখত অলপ মদ বাকি দে। তাৰো মগজু পৰিষ্কাৰ হব। তেতিয়া তাক সোধো,

কিয় সি আমাৰ পাছত কুকুৰৰ দৰে লাগিছিল ? যদি সঁচা উত্তৰ নিদিয়ে তেনেহলে কুকুৰৰ দৰেই তাক শেষ কৰি দিম।” বুলি জেপৰ পৰা পিস্তল এটা কেপ্টেনে দেখাকৈ উলিয়াই হাতত ললে আৰু এবাৰ কেপ্টেনৰ মুখলৈ চাই নিকোলাৰ পাছে পাছে ওলাই গল। দুৱাৰ মেলাই ৰল।

কেপ্টেনে দেখিলে যে সেইটো তেওঁৰে পিস্তলটো তাৰেই এতিয়া দলৰ কোনোবা জনক বলি দিব। মনটো উত্ৰাৱল হৈ উঠিল। সিহঁত ওলাই যোৱাৰ লগে লগে দুগুণ জোৰেৰে চেষ্টা কৰিবলৈ ধৰিলে। তিনিবাৰ বিফল হৈ চতুৰ্থবাৰ শৰীৰটো কেৱল ফুলাবলৈ ধৰিলে। চকু মুদি ডিঙিৰ ভিতৰতে ‘ওঁওঁ’ কৰি জোৰ দিলত খট্ কৰে শব্দ হল। পথালিকৈ ৰখা আঙঠিটো ছিগি গলত শিকলিৰ মূৰ দুটা দুয়োফালে জন্-জন্ কৰে মাটিত পৰিল। অৱশৰ দৰে হৈ থকা হাত দুখন বৰ জোৰ কৰি লৰচৰ কৰিব ধৰাত অলপ সবল হ’ল। কোনোমতে সোঁহাতখন টানি উলিয়াই বাকী চাৰিটা পেচ খুলি শিকলী ডাল লাহেকৈ মাটিত থৈ গাটো চোঁচোৰাই আগুৱাই নি হাতমেলি ভৰিৰ গাঁঠি সোলোকাই ললে। উঠিবলৈ চেষ্টা কৰি বিফল হল। হাতেৰে দুবাৰমান ভৰি দুখন কোঁচাই মেলি থিয় দিব পৰা হল। পলম কৰিবলৈ সময় নাই। কোঠাৰ ভিতৰতে কেইখোজমান দিলে। তাৰ পিছত শিকলি ডাল তুলি লৈ হাতত সাৱে ভৰিত সাৱে বাহিৰ ওলাই গল।

আনপিনে নিকোলাই মুখত ঢালি দিয়া মদ মাধৱে এঢোক গিলি পেলালে যদিও বাকীখিনি থুৱাই পেলালে। চকুও মেলি আছে, চেতনাও সম্পূৰ্ণ আছে কিন্তু নদী চাহাবে হাতৰ পিস্তল দেখুৱাই বাৰে বাৰে প্ৰশ্ন কৰা স্বত্বেও মুখেৰে কোনো কথাকে নকয়। তেওঁ যেন কলা আৰু বোবা। অৱশেষত খং উঠি অধৈৰ্য্য হৈ নদী চাহাবে কলে “এতিয়া কলা আৰু বোবা মূৰ্ত্তি ধৰিছ ? বেছ, চিৰকাললৈ বোবা কৰি

থওঁ চা। সিপুৰীৰ পৰা টেলিফোন কৰি থাকিবি।" বুলি মাধৱৰ বুকুলৈ পিস্তল টোঁৱালে।

আতকিতে কেপ্টেনে পাছফালৰ পৰা চাহাবৰ হাতত থাপ মাৰি ধৰি গৰা মাৰি ধৰিলে। সি উবুৰি খাই পৰিল। পিস্তলৰ শব্দ হ'ল যদিও গুলি কথমপি মাধৱৰ গা বাচি বেৰত লাগিলগৈ। চাহাবে উঠিবলৈ ক্ষীণ চেষ্টা কৰিলে যদিও কেপ্টেনৰ হাতত ইমান কাবু হৈ পৰিছিল যে লৰচৰকে কৰিব নোৱাৰিলে। প্ৰথমে কেপ্টেনে তাৰ হাতৰ পৰা পিস্তলটো কাঢ়ি লৈ পিঠিত ঘোঁৰা উঠি লগত নিয়া শিকলিৰে তাৰ হাত দুখনত কটকটীয়াকৈ বান্ধি চাহাবৰ জেপত বিচাৰি চাবি উলিয়াই মাধৱৰ শিকলি খুলি ভৰিৰ বান্ধো মোকোলাই দিলে।



—বাৰ—

তাৰ পিছদিনা, পোন্ধৰ অক্টোবৰ। ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ সকলো কাম আৰু আদান প্ৰদান ঠিকমতেই চলিবলৈ ধৰিলে। ডাওৰাৰ দিহা মতে পুলিচ চাহাবে নোটিচৰ কথা বাহিৰত প্ৰকাশ কৰা নাই। কোম্পানীৰ আগফাল-পাছফাল আৰু আলিবাটতো ৰখা পহৰাবিলাক ছদ্মবেশেৰে ৰাখিছে। গতিকে সৰ্ব্বসাধাৰণে বুজিবৰ বা সন্দেহ কৰিবৰ কোনো থল নাই অন্যান্য দিনৰ নিচিনাকৈ মানুহ আহ-যাহ কৰিছে। তাৰ ভিতৰতে ছদ্মবেশী অফিচাৰ কিছুমানেও চলাচল কৰি আছে। ডাওৰা; এচ, পি, আৰু

কেপ্টেনৰূপী দলপতিয়ে কোম্পানীৰ সমুখৰ ফালে আন এটা ঘৰত বহি ইটোৰ পাছত সিটোকৈ চিগাৰেট পুৰিছে। তাৰ পৰাই সকলো দেখা যায় যদিও মাজে মাজে একোজন বাহিৰলৈ গৈ এপাক মাৰি আহে।. কাৰো মুখত কোনো কথা নাই।

ইণ্ডাষ্ট্ৰিয়েল ডেভেলাপমেণ্ট কোম্পানীৰ টকা-পইচা লেনদেন কৰা কাউণ্টাৰৰ গাতে লগা মেনেজাৰৰ অফিচৰূম আৰু তাৰ গাতে লগা মেনেজিং ডিৰেক্টৰৰ অফিচৰূম। মেনেজাৰৰ ৰূমৰ পাছফালে সুদৃঢ় গাঠনিৰ ষ্ট্ৰংৰূম। আটাইবোৰ ধন-সোণ-চেক আদি তাত নিৰাপদে সংৰক্ষিত হয়। আগদিনা বেঙ্ক বন্ধ হোৱাৰ পাছত পোৱা টকা তাত থাকেই আৰু দৈনীক আমদানি দুই বজালৈ এই সকলো মিলি কেবা লাখো টকা তাত মজুত হয়।

আজিৰ ব্যৱস্থা মতে এক বজাত কোম্পানীৰ সকলো আদান প্ৰদান বন্ধ কৰি দুই বজাৰ আগেয়ে টকাবোৰ নি বেঙ্কত জমা দিব লাগিব। কাউণ্টাৰত অকল কেছিয়াৰ আৰু মেনেজাৰ কামেশ্বৰে আহ-যাহ কৰিব। তাৰ উপৰি মেনেজিং ডিৰেক্টৰ আশ্‌মান সিং নিজৰ আৰু মেনেজাৰৰ অফিচত থাকিব। কামেশ্বৰ আৰু আশ্‌মান সিং লগ হৈ ষ্ট্ৰংৰূমলৈ যাব। দুয়োজনৰ হাতত ডবল তলাৰ এপাতকৈ চাবি থাকিব। এই তিনিওজন দহবজাত ভিতৰ সোমায়েই ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি থৈছে।

নিৰাপত্তাৰ এই সুন্দৰ ব্যৱস্থাৰ মাজেৰে নিৰাপদেৰে তিনি ঘণ্টা পাৰ হৈ গল। এক বাজি পাচ মিনিট গল। মেনেজিং ডিৰেক্টৰ আশ্‌মান সিং বাহিৰ ওলাই আহি কোম্পানীৰ সমুখত থোৱা তেওঁৰ মটৰত উঠি বহি মটৰৰ ওচৰত থিয় হৈ থকা ছদ্মবেশী দাৰোগাক কলে যে তেওঁ দহ মিনিটতে ঘৰৰ পৰা ঘূৰি আহিব। লোৰ পেৰাৰ চাবি এপাত ঘৰত এৰি থৈ আহিছে। তাকে আনিলেহে কালিৰ তহবিল

উলিয়াব পাৰে। দাৰোগাই চাহাবক ৰিপোৰ্ট কৰিবলৈ খোজ লোৱাৰ লগে লগে তেওঁ মটৰ চলাই বেগেৰে আঁতৰি গল।

ডেৰ বাজিল। তথাপি আশ্‌মান সিং উভতি নহা দেখি ডাওৰাই উচ্‌পিচ্‌ কৰি কলে যে ঘটনা সন্দেহজনক হৈ পৰিল। আশ্‌মান সিঙৰ ঘৰলৈ অফিচাৰ পঠিয়াব লাগে। চাহাবৰ আদেশ মতে দাৰোগা এজন ততালিকে মটৰেৰে গৈ আশ্‌মান সিঙৰ ঘৰ পালে। নঙলাত তেওঁৰ মটৰখন ৰৈ আছে। বাহিৰত কোনো মানুহ নাই। বৈঠকখানাৰ বাৰাণ্ডালৈ গৈ মাতিলে। কোনো উত্তৰ নাই। দুৱাৰ মেলাই আছিল দেখি ভিতৰ সোমাই গল। বৈঠকখানাৰ ভিতৰত সমুখৰ সৰু টিপয় এখনত মদৰ বটল আৰু গিলাচ থৈ চোফা এখনত আৰাম কৰি আউজি আশ্‌মান সিং শুই আছে। দাৰোগাৰ খঙে চুলিৰ আগ পালেগৈ। এবাৰ মাতি মাত নাপাই পোনেই গৈ হাতত ধৰি একে টানতে আশ্‌মান সিঙক থিয় কৰি দিলে। আশ্‌মান সিঙে প্ৰথমে একোকে বুজিব নোৱাৰি ভেবাচেকা খাই মুখ মেলি থাকিল। তাৰ পিছতে কিবা মনত পৰি হাতৰ ঘড়ীলৈ চাই চকু কপালত উঠিল। ভুল হোৱা বুলি ৱাল-ক্লকলৈ চাই নিজকে নিজে উচ্চাৰণ কৰিলে "দুই বাজিবলৈ কুৰি মিনিট? ইমান সময় কেনেকৈ হল? কি কথা, কি বতৰা? হায় হায়....আপুনি কোন?"

অফিচাৰে নিজৰ চিনাকি দি দহ মিনিটত চাবি লৈ উভতি যাওঁ বুলি ফাঁকি দি আহি আশ্‌মান সিঙে মদ খাই আৰাম কৰি শুই থকা বাবে খঙেৰে যিহকে পায় তাকে কলত সিং যেন আকাশৰ পৰাহে পৰিল। তেওঁ দাৰোগাক কলে যে তেওঁ চাৰে ন বজাত সাজুহৈ কোম্পানীলৈ যাব ওলাইছিল যোৱাৰ আগেয়ে একপেগ্‌ খাই যোৱাৰ ইচ্ছা হলত তাতে বহি মদ এগিলাচ খাই শেষ কৰিছিল। তাৰ পিছত আৰু এগিলাচ ঢালি লৈছিল কিন্তু খোৱাৰ শক্তি নহল। কি হৈছিল

কৰ নোৱাৰে, হাত দুখন অৱশ হৈ গল গিলাচ দাঙিবই নোৱাৰিলে। টোপনিয়ে হেচি ধৰিলে। তাৰ পিছৰ কোনো কথা মনত নপৰে। দাৰোগাই টানি তোলাতহে সাৰ পাইছে। কোম্পানীলৈ যোৱা তাৰ পঁৰা উভতি অহা কথা কোনোমতে হবই নোৱাৰে।

দাৰোগায়ো তেওঁৰ কথা বিশ্বাস নকৰে আৰু তেৰেঁা দাৰোগাৰ কথা বিশ্বাস নকৰে। অৱশেষত দাৰোগাই সিঙক চাহাবৰ ওচৰলৈ লৈ যাব খুজিলত কিবা ভাবি তেওঁ নিজৰ শোৱা কোঠালীলৈ গল। গৈ তাৰ গাতে লগা তেওঁৰ ভঁৰাল কোঠালীৰ একমাত্ৰ দুৱাৰখন মেলা হৈ থকা দেখি ভিতৰ সোমাই চাই চিঞৰ মাৰি মাটিত বহি পৰিল। দাৰোগাই তেওঁৰ আৰ্ত্তনাদ শুনি লৰি ভিতৰ সোমাই গৈ দেখিলে যে ভঁৰালৰ লোৰ বাকচে হা কৰি মুখ মেলি আছে। তাৰ ভিতৰখন উদং। এখিলা সৰু কাকতত ডাঙৰকৈ লিখা আছে 'পা-ফু'। দাৰোগাৰ চকু কপালত উঠিল। শোৱা কোঠালৈ আহি টেলিফোনটো দেখা পাই চাহাবলৈ ফোন কৰিলে।

ফোনেৰে দাৰোগাৰ পৰা খবৰ পাই মিঃ টকীয়ে ডাওৰা আৰু কেপ্টেনক লগত লৈ ততালিকে কামেশ্বৰৰ অফিচলৈ গৈ দেখিলে যে কামেশ্বৰে নিজৰ চকীত বহি ওপৰ মুৰাকৈ ওপৰলৈ চাই আছে। চকু মেলাই আছে। উশাহ-নিশাহো লৈছে কিন্তু মাতবোল নাই— জড়ভৰত। ষ্ট্ৰংৰূমৰ দুৱাৰ মেলা। ভিতৰ সোমাই চালে, লোৰ বাকচো মেলা আৰু উদং। ভঙনীয়া পইচা আৰু এটকীয়া নোট কিছুমানৰ বাহিৰে আন নোট বা চেক আদি একোৱেই নাই। তিনিওজনে ওলাই আহি কেছিয়াৰক প্ৰশ্ন কৰি জানিলে যে আজিৰ আমদানিৰ টকা বাৰে বাৰে কামেশ্বৰে ভিতৰলৈ নি আছিল। আজিৰ হিচাবৰ জমা খৰচ ইতিমধ্যে কেছিয়াৰে কৰি চাইছে। আঠচল্লিশ হাজাৰৰ পঞ্চাশ টকা কম হাতত থাকিব লাগে। কালিৰ তহবিলেৰে সৈতে দুই লাখ

পাচ হাজাৰ থাকিব লাগে। কেছিয়াৰক আজি ষ্ট্ৰংৰূমলৈ যাবই দিয়া নাই। কাউণ্টাৰ এৰি তেওঁ এবাৰো উঠা নাই।

সেই সময়তে দাৰোগাৰ সৈতে আশ্‌মান সিঙো পালেহি। অৱস্থা দেখি তেৰোঁ আচৰিত হল কিন্তু তেওঁৰ মনত কোনো উৎকণ্ঠা দেখা নাপাই চাহাবে নানা প্ৰশ্ন কৰিলে। ইতিমধ্যে তেওঁৰ মন ডাঠ হৈছে। গ'ল যদি কোম্পানীৰ গ'ল। তেওঁৰনো কি বিশেষ লোকচান হব? গতিকে তেওঁ ধীৰ-স্থিৰ ভাবেই সকলো উত্তৰ দিলে। তেওঁৰ ঘৰৰ ভঁৰালত কিমান টকা আছিল সোধাত উত্তৰ দিলে যে বজাৰ খৰচ আদিৰ বাবে অলপ অচৰপ থাকে আৰু বাগিচাৰ দৰমহা দিয়াৰ বাবে দুই চাৰি হাজাৰ কেতিয়াবা থাকে। আজি কিমান টকা তাত জমা আছিল তাৰ হিচাব তেওঁ নাপায়। ঘৰত থকা টকাৰ হিচাব তেওঁ কোনো দিনেই নাৰাখে।

ডকাইতিৰ টকা উদ্ধাৰৰ কোনো আশা নাই বুলি জানি দাৰোগাক তাৰে সকলো বন্দবস্ত কৰিবলৈ কৈ মিঃ টকীয়ে ডাওৰা আৰু কেপ্টেনবেশী দলপতিক লৈ লাঞ্চ খাবলৈ নিজৰ বঙলালৈ গল। সিঙেও কোম্পানীৰ কেছিয়াৰকে সকলো ভাৰ দি ততালিকে তাৰ পৰা আঁতৰি গল।

দলপতিৰ মাত তেতিয়াও ওলোৱা নাই। ডাওৰাৰ লগত কেপ্টেনৰ আগৰ পৰাই পৰিচয় আছে। কোম্পানীৰ সমুখত বহি থকা সময়ত ডাওৰাৰ প্ৰশ্নৰ দুই এবাৰ সংক্ষিপ্ত উত্তৰ দিছিল। সিঙৰ ঘৰৰ পৰা দাৰোগাৰ টেলিফোন পাই মিঃ টকীয়ে ডাওৰাক জনোৱাৰ পৰাই ডাওৰাৰ মুখ গম্ভীৰ। তাৰ পিছত কোম্পানীৰ ভিতৰত ঘটা ঘটনা দেখি অতিকৈ বিস্মিত হল আৰু নিজৰ কৌশল অথলে যোৱা দেখি মনত বৰ লাজো পালে। তেতিয়াৰ পৰা তেওঁ আৰু গম্ভীৰ হৈ একেবাৰে নিমাত হৈ কেৱল গোফতে পাক দি দি বুদ্ধি বিচাৰিলে।

এই সম্পৰ্কে কেপ্টেনৰ লগত তো কোনো আলোচনা কৰিব নোৱাৰেই মিঃ টকীৰ লগতো পৰামৰ্শ কৰিলে যেন তেওঁৰ মৰ্য্যাদাৰ হানি হয়। বাকী দুজনৰ ভিতৰতো বেছি কথাবাৰ্ত্তা হোৱা নাছিল।

লাঞ্চ খাবলৈ টেবিলত বহি দলপতিয়ে বাকী দুজনে দেখাকৈ কিবা এটা বড়ি খাই এঢোক পানী খালে। প্ৰথমে ডাওবাই খাবলৈ আৰম্ভ কৰিলে। সমুখত খাদ্য লৈ খাম বুলি আশা কৰি বহি থাকি সময় নষ্ট কৰা ভকত ডাওবা নহয়। টকীৰ মনে কথা পাতিবলৈ উচ্‌পিচাই আছে। অথচ ডাওবাৰ মুখ দেখি কথা পাতিবলৈ ভাল পোৱা নাই। খাবলৈ আৰম্ভ কৰি কেপ্টেনৰ মুখলৈ চাই সুধিলে "তুমিতো কোনো মতামত প্ৰকাশকে নকৰিলা ভাই ?"

কেপ্টেনে অলপ হাঁহি গল খেকাৰী মাৰি ডিঙিটো পৰিষ্কাৰ কৰি লৈ কলে "মইনো তোমাক কি কম ভাই ? এই বিষয়ত তোমালোক বুধিয়ক আৰু বেছ অভিজ্ঞ মানুহ, বিশেষকৈ ডাওৰা চাহাবো আছে। ইপিনে মোৰ কাৰবাৰ কল-কজা আৰু যন্ত্ৰ-পাতিৰ হে। তথাপি তুমি সুধিলা যেতিয়া মই কি ভাবিছো কওঁ শুনা—" বুলি এবাৰ ডাওৰাৰ মুখলৈ চালে। ডাওবাই মূৰ্গীৰ ঠেং এখন তুলি লৈছিল। মুখত দিবলৈ পাহৰি তেওঁৰ মুখলৈ বৰ আগ্ৰহেৰে চাই থকা দেখি বুজিলে যে ডাওবাৰ মন আগতকৈ প্ৰফুল্ল হৈছে। পেটে পেটে আকৌ হাঁহি কলে "মই ভাবো যে 'পা-ফু'ৱে যদি আশ্‌মান সিঙৰ টকা লুট কৰি বাকচত 'পা-ফু' বুলি লিখি থৈ গৈছে তেনেহলে ইয়াতো কোম্পানীৰ তহবিল লুট কৰি সেই নিদৰ্শন থৈ গলহেঁতেন। আৰু......"

তেওঁৰ কথাত বাধা দি ডাওৰাই মুখৰ টোপালাটোৰে সৈতে কৈ উঠিল "ময়ো তাকে ভাবিছোঁ। কিয়নো 'পা-ফু' দলৰ সকলো ঘটনাতে মই সদায় প্ৰমাণ পাইছো যে সিহঁতে নাম লিখা কাকত এখিলা নিদৰ্শন

হিচাবে থৈ যাবলৈ কেতিয়াও নাপাহৰে। এনেকি মানুহৰ কপালতো লিখি থৈ যায়।”

মিঃ টকীয়ে কলে “হয় নেকি ? আচৰিত কথা।”

দলপতিয়ে কলে “তাৰ পিছত কওঁ শুনা, দাৰোগাই কৈছে যে আশ্‌মান সিঙৰ লোৰ বাকচৰ তলাটো তেওঁৰ নিজৰ চাবিৰে খুলিছে আৰু চাবি কোচা তলাত লগাই থোৱা আছে। ইপিনে তেওঁ......”

ডাওৰাই বাধা দি নিজে আৰম্ভ কৰিলে “ঠিক কথা, ময়ো তাকে ভাবিছো। কওঁ শুনক, সিঙে নিজে সেই মেনেজাৰটোক কিবা খুৱাই দি অচেতন কৰি তহবিলৰ টকাবোৰ লৈ গৈছিল আৰু সেইবোৰ ক'ৰবাত লুকাই থৈ আহি নিজৰ ভঁৰালৰ খালি বাকচটো মেলি থৈ কাকত এখিলাত ‘পা-ফু’ লিখি থৈ বৈঠক খানালৈ ওলাই আহি মদখাই টোপনিৰ ভাও জুৰি থকা বুলি ভাবিলে কি অন্যায় হব ? বিশেষকৈ এক বাজি পাচ মিনিটত তেওঁ ওলাই গৈছিল আৰু আধাঘণ্টা পিছত দাৰোগা তালৈ গৈছিল। সেইখিনি কাম ধীৰে সুস্থে কৰিলেও আধা ঘণ্টা সময় নালাগে।

“ঠিক কথা।” টকীয়ে কলে।

ডাওৰাই পাতৰ খাদ্যবোৰৰ প্ৰতি এবাৰ চাই তাৰ আশা ত্যাগ কৰি থিয় হৈ কলে “উঠক মিঃ টকী পিছত ভালকৈ খামহি। সি চোৰ হয় নে নহয় এতিয়াই মই প্ৰমাণ কৰি দিম।”

অগত্যা আধাখোৱাকৈয়ে মুখ ধুই তিনিওজন ওলাই গল। আশ্‌মান সিঙৰ নঙলাত মটৰ ৰাখি ভিতৰ সোমাই গল। বাৰাণ্ডাতে লগুৱাটো বহি আছিল। ঘৰৰ দুৱাৰ খিড়িকী বন্ধ দেখি তাক সিঙৰ কথা সুধিলত সি উত্তৰ দিলে যে তেওঁ আহি পোনেই শোৱা কোঠালৈ গৈছিল আৰু ততালিকে ওলাই আহি মটৰত উঠি গুচি গৈছে। আজি নিশা উভতি নাহে বুলি কৈ গৈছে।

ডাওৰাই কলে "সি পলাল। ঘৰ খানাতালাচ কৰি চাবই লাগিব। নিশ্চয় কিবা শুংসূত্ৰ মই আবিষ্কাৰ কৰিব পাৰিম।"

লগুৱাটোক আদেশ দিলত সি দুৱাৰ মেলি দিলে। তিনিওজনে ভিতৰ সোমাই গল। শোৱা কোঠালীৰ দুৱাৰো সি মেলি দিলে। প্ৰথমে ভঁৰাল কোঠাটো চালেগৈ। তাত চাবি একোচা তলাত লাগি ওলমি আছিল। ডাওৰাই চাবিকোচা হাতত লৈ কলে "লৰালৰিকৈ আহি সিঙে কেৱল লুকাই থোৱা ধনবোৰহে লৈ গল। চাবিকোচাৰ কথা পাহৰিলে।" বুলি সেই কোঠাতে থকা লোৰ আলমাৰী দুটাৰ এটা খুলিলে।

তাৰ ভিতৰত হাত দিয়েই মিঃ টকীয়ে সুহুৰি মাৰিলে। ডাওৰাই তেওঁৰ মুখলৈ চোৱাত কলে "এইবোৰ কোম্পানীৰ চেয়াৰ চাৰ্টিফিকট আৰু আন কিছুমান কাকতে সৈতে এইটো বহী হেৰোৱা বুলি কোম্পানীৰ ফালৰ পৰা এজাহাৰ দিছিল।"

"ডেম, পাজি, চোৰ" ডাওৰাৰ মুখেৰে ওলাল। "এতিয়া চাৰে তিনি বাজিল। দুই বাজি দহ মিনিটত আমি কোম্পানীৰ পৰা আহিছিলো। সিও তেতিয়াই আহিছিল। গতিকে সি পলোৱাৰ প্ৰায় ডেৰ ঘণ্টা হল। আপুনি এতিয়া তাক বিচাৰিবলৈ মানুহ লগাওক, মোৰ কাম খালাচ। ই 'পা-ফু'ৰ কাম কেতিয়াও নহয়।"

দলপতিয়ে দুয়োজনৰ ওচৰত বিদায় লৈ ওলাই গৈ মটৰত উঠি পোনেই ডাকবঙলা পালেগৈ। পাৰ্থ সিং আৰু হেমিণ্টনে মটৰতে বহি ব্যস্তভাবে দলপতিলৈ বাট চাই আছিল। তেওঁ আহি পোৱাৰ লগে লগে উভয়ে নামি তেওঁৰ মটৰৰ ওচৰ পালেগৈ। দলপতিয়ে পাৰ্থ সিঙলৈ চাই স্বভাব সুলভ হাঁহি মাৰি কলে "ধন্যবাদ মিঃ সিং। তোমাক কি বুলি শলাগিম ভাবি নাপাওঁ। জননীয়ে কুশল কৰক এয়ে শুভাশীষ ভাইটি।"

হাতযোৰ কৰি পাৰ্থ সিঙে কলে "জননীৰ কৃপা আৰু আপোনাৰ আশীৰ্ব্বাদেই আমাৰ ৰক্ষাকবচ গোসাঁই।"

তাৰ পিছত হেমিল্টনৰ মুখলৈ চাই দলপতিয়ে কলে "তোমাৰ মুখ দেখিয়েই বুজিছো ভাইটি যে গুৰুতৰ বাতৰি আছে। কোন কোন পলাল? কলৈ গল?"

হেমিল্টনে উত্তৰ দিলে "আপুনি আগধৰিয়ে জানে গোসাঁই। তথাপি সুধিলে যেতিয়া কওঁ শুনক—চৰ্দ্দাৰ খান্‌চামা ইস্মাইলে বৰ চাহাবৰ পৰা ফোনেৰে আদেশ পায় যে সি তেতিয়াই বাহিৰ ওলাই ব্ৰহ্মপুত্ৰৰ ফাললৈ গৈ থাকিব লাগে। বাটৰ পৰা তাক বুটলি নিব। গন্তব্যস্থান—পাৰাবৎ টি ইষ্টেট। ফোন পায়েই দুই বাজি পোন্ধৰ মিনিটত সি ওলাই গৈছে। তাক অলপ আগবাঢ়িবলৈ দি মই তাৰ অনুসৰণ কৰিব ধৰিছিলো। সি প্ৰায় এক ফাৰ্লং মান যোৱাৰ পিছতে হঠাৎ এখন মটৰ ওচৰতে ৰ'ল আৰু তাতে উঠি তৎক্ষণাৎ নেদেখা হৈ গল। দূৰৰ পৰা ড্ৰাইভাৰক নিচিনিলো আৰু পথালি বাটেৰে যোৱাত নম্বৰো নেদেখিলো। ততালিকে উভতি মোৰ মটৰ লৈ খেদিলো যদিও সুফল নাপালো। তেতিয়াই ইয়ালৈ আহি এওঁৰে সৈতে আপোনাক বাটচাই ৰৈ আছো ককাইদেও।"

"তাক লগ নাপাই ভালেই হৈছে। নহলে তুমিও সিহঁতৰ পাছে পাছে কোনোবাখিনিত উঠিলাগৈহেঁতেন। যি নহওক, মোৰ পলম হোৱা বাবে বহুত সুযোগ নষ্ট হল যদিও এতিয়াও চেষ্টা কৰি চাবই লাগিব। পলম কৰিব নোৱাৰো, আহা উঠাহি। তিনিও একেলগে যাওঁ।" বুলি কলত বাকী দুজনে ততালিকে মটৰত উঠি বহিল। দলপতিয়ে মটৰ চলাই দিলে।

ডাক বঙলাৰ নঙলালৈ ওলোৱাৰ লগে লগে আনফালৰ পৰা অহা কেপ্টেনৰ মটৰ সমুখতে থামিলত জাপমাৰি দলপতিৰ সৈতে বাকী

দুজনেও গৈ কেপ্টেনক আকোৱালী ধৰিলে। মালতীৰ মটৰখনতে কেপ্টেন উঠি আহিছে।

দলপতিয়ে কলে "মোৰ প্ৰাণটো শীতল হল ভাইচাহাব। তুমি জিৰাই শতাই খাই বৈ আৰাম কৰাগৈ। আমি উভতি আহিহে তোমাৰ লগত কথা পাতিম। চিকাৰ পলোৱাৰ পোনে দুঘণ্টা হল আৰু পলম কৰিলে সকলো নিষ্ফল হব।"

হাঁহিমাৰি কেপ্টেনে হাতযোৰ কৰি কলে "কেপ্টেন নমৰি উভতি আহিছে যেতিয়া আপুনি উৎকণ্ঠিত হব নালাগে গোসাঁই। এই তিনি দিন আপুনি খোৱা-শোৱা এৰিছিল বুলি মই বুজিছোঁ। এতিয়া খাই বৈ আৰাম কৰিবগৈ ব'লক ককাইদেও। আপোনাৰ আৰু কোনো কামেই নাই।"

উভতি আহি দলপতিৰ কোঠাত চাৰিওজন বহিলত দলপতিয়ে খাদ্য আনিবলৈ আদেশ দি চিগাৰেট এটা জ্বলাই কলে "খাবলৈ বাদ দিয়া নাছিলো যদিও মুখত অৰুচি হৈছিল ভাইচাহাব। অলপ আগেয়েও মিঃ টকীৰ বঙলাত লাঞ্চ খাবলৈ বহি খোৱা নপৰিল।"

কেপ্টেনে কলে "মোৰ বেশ ধৰি যেতিয়া আপুনি টকীৰ লগত দেখা কৰিছে তেতিয়া আৰু বুজিবলৈ বাকী নাই যে মোৰ অন্তৰ্দ্ধানৰ বাতৰি পুলিচত জনোৱা নাই। গতিকে মোৰ প্লেন সলনি কৰিব লগীয়া হল ককাইদেও। এনেকুৱা কিবা হব পাৰে বুলি ভাবিয়েই মই পোনেই টকীৰ ওচৰলৈ নগৈ ইয়ালৈ আহিছো।"

সেই সময়তে খাদ্য আহিল। চাৰিওজনে খোৱাত মনোযোগ দিলে। ততালিকে খোৱা শেষ কৰিলত 'বয়' আহি বাচনবোৰ লৈ গল।

———

—তেৰ—

কেপ্টেনে কেবাখনো জেপৰ পৰা নোটৰ বান্দিল কেইটামান উলিয়াই দলপতিৰ সমুখত দিয়াত দলপতিয়ে কলে "একেবাৰে আলীবাবাৰ কাৰবাৰ দেখোন ভাইচাহাব? গছৰ পৰা পাৰি আনিলা নেকি?"

হাঁহিমাৰি কেপ্টেনে উত্তৰ দিলে "গছৰ পৰা নহয় ককাইদেও। আলীবাবাৰ ভঁৰালটোকে যে পাইছিলো সেই কথা ঠিক। কালিয়েই তাক উদং কৰি মোৰ কাম শেষ কৰিছিলো কিন্তু মালতীলৈ বাটচাইহে আজিলৈ বৈ আছিলো। আজি মালতী চোৰা তিনি বজাতহে পালেগৈ আৰু তেওঁক দেখি ততালিকে মই ৰাওনা হৈ আধাঘণ্টাতে কুৰি মাইল বাট আহি এইখিনি পালোহি।"

সকলো কথা ভাঙি কবলৈ দলপতিয়ে তাগিদ দিলত কেপ্টেনে আৰম্ভনিৰ পৰা বৰ্ণাই গৈ যেতিয়া শিকলি ছিঙাৰ কথা কলে তেতিয়া তিনিওজনে কেপ্টেনক হেণ্ডশ্বেক কৰিলে। দলপতিয়ে কলে "সচাঁকৈ তুমি কলিৰ ভীম। তোমাৰ ভীমসেন নাম লোৱা সাৰ্থক ভাইচাহাব। জননীয়ে তোমাৰ কল্যাণ কৰক।"

কেপ্টেনে হাতযোৰ কৰি কলে "আপোনাৰ আশীৰ্ব্বাদত জননীয়ে নিশ্চয় কল্যাণ কৰিছে গোসাঁই। মূৰতো কেইবা ঠাইতো ফটাত অকণমান কষ্ট পাইছো যদিও তাৰ বাবেই কৃতকাৰ্য্যতাৰ এয়া পুৰস্কাৰ। তাৰ পিছত কওঁ শুনক—গাহৰি মাৰ্কা এটা ডাঙৰ পালোৱান। অতৰ্কিতে পাছফালৰ পৰা তাৰ পিঠিত জপিয়াই পৰাত সি কাবু হল। আৰু এক চেকেণ্ড পলম হোৱা হলে মাধৱৰ বুকুত গুলি সোমাল-হেঁতেন।"

বাকী তিনিজনে হাতযোৰ কৰি ওপৰলৈ সেৱা জনালে। কেপ্টেনে আকৌ কলে "কোনোবা জনমৰ নিকোলা ভাইক পোৱাৰ কথা কৈছো নহয়। গাহৰি অৰ্থাৎ নদী চাহাব বা ছোট চাহাব কিন্তু তাৰ আচল নাম এন, বৈশ্য অৰ্থাৎ নন্দীধৰ বৈশ্য…"

"অ'—বাৰু কৈ যোৱা।" দলপতিয়ে কলে।

কেপ্টেনে কলে "নদী চাহাবে কাবু হৈ তৎক্ষণাৎ নিকোলাক হুকুম দিলে মেনেজাৰক মাতি আনিবলৈ আৰু মই কলো মাধৱক শুশ্রূষা কৰিবলৈ। নিকোলাই তাৰ কথা নামানি মোৰ কথা মতে মাধৱক সাহিৰ উলিয়াই নি মূৰটো ধুই চফা কৰি কাপোৰ বান্ধি দি খুৱাই সুস্থ কৰি তুলিলে। ইপিনে মই চাহাবক কট্‌কটীয়াকৈ বান্ধি ভয় দেখুৱাই শাস্তি দি অৱশেষত স্বীকাৰ কৰাবলৈ বাধ্য কৰিলো যে সিয়েই আন দুজনে সৈতে মালতীক অপহৰণ কৰা সঁচা। তেতিয়াই মোৰ প্ৰতিজ্ঞা পূৰণ কৰিলোঁ. গোসাঁই হাঃ হাঃ হাঃ।"

দলপতিয়ে কলে "ছিঃ ছিঃ ভাইচাহাব, এই কামত মই তোমাক ভাল নুবুলিলো, তুমি তাৰ নাক…"

বাধা দি কেপ্টেনে কলে "তাকে কৰিব নোৱাৰিলে 'পা-ফু' দলক মুখ নেদেখুৱাওঁ বুলি প্ৰতিজ্ঞা কৰিছিলো গোসাঁই। তদুপৰি তাৰ বিশেষ লোকচান হোৱা নাই ককাইদেও। কেৱল ক'লা তিলটো আৰু তাৰ নাকৰ আগত কেৱে নেদেখে।"

"কিন্তু টকীৰ আগত সি তোমাৰ বৰ্ব্বৰ কৰ্ম্মৰ কথা নকব. বুলি ভাবিছা নেকি কেপ্টেন ?"

হাঁহিমাৰি কেপ্টেনে কলে "হয়তো কবও পাৰে। কিন্তু কলে কি হব ? মিলিটেৰী মেজাজ দেখুৱাই মই যে তাৰ ডিঙিটো কাটি দিয়া নাই তাৰবাবে টকীয়ে মোক ধন্যবাদহে দিব ককাইদেও। তাৰ পিচত কওঁ শুনক, চাৰিবজাত বাগিচাৰ মেনেজাৰ বঙলালৈ অহাৰ লগে লগে

তাকো বন্দী কৰি থলো। সিহঁতে বন্দী কৰা তিনি নম্বৰ বন্দী কোন জানেনে ককাইদেও? তেওঁ বিলাস বৰা। তেওঁক মোকলাই আনি নিকোলাৰ হাতত দি মাধৱক লগত লৈ আমি দুয়ো গোটেইখন বিচাৰি অৱশেষত আলীবাবাৰ ৰত্ন-ভাণ্ডাৰ আবিষ্কাৰ কৰিলো। এয়া তাৰ পুৰস্কাৰ গোসাঁই।”

“মাধৱক আৰু বিলাসক লৈ আহিছা নেকি?”

“নাই অনা ককাইদেও। তেওঁলোক অপহৃত মানুহ যেতিয়া পুলিচে উদ্ধাৰ কৰক। দুৰ্ব্বৃত্তহঁতৰ বিৰুদ্ধে তেওঁলোকে সাক্ষী দিব লাগিব নহয়।”

“কিন্তু ভাইচাহাব মালতীৰ কথা শুনিবলৈহে মই বৰ উদ্বিগ্ন হৈ আছো। মালতীৰ খবৰহে প্ৰথমে কোৱা।” দলপতিয়ে কলে।

কেপ্টেন উত্তৰ দিলে “মুক্তিপণৰ চেকখন মোৰ পৰা লৈ নদী চাহাবে কালি ডিব্ৰুগড়লৈ উভতি আহি আজি মালতীক তালৈ লৈ যোৱাৰ কথা আছিল। কিবা কাৰণত আহিব নোৱাৰিলে বৰ চাহাবে লগত লৈ যাব। সি কিয় আহিব নোৱাৰিলে জানেই নহয়। ময়ো সিহঁতক পহৰা দি থাকিবলগীয়া হল। কিয়নো বিলাসৰ অৱস্থা শোচনীয়, মাধৱো মাৰ খাই বৰ কাহিল হৈ পৰিছে।”

“উস্ ৰাম! বৰ দুখ পালো। তোমাৰ জখম কেনেকুৱা ভাই চাহাব, এতিয়া কিবা কষ্ট আছে নেকি?”

তেতিয়াহে কেপ্টেনে নিজৰ টুপীটো খুলি হাতত লৈ দেখুৱালে যে পাছমূৰটো বড়িয়াকৈ ঢাকি ওপৰত ক'লা কাপোৰ এখনেৰে বেণ্ডেজ কৰা আছে যাতে হঠাতে কাৰো চকুত নপৰে। বাকী তিনিজনে ততালিকে উঠি গৈ চালে যে মূৰটো দুয়ো কাণৰ ওচৰলৈ তেনেই উগ্ৰহি আছে। কেপ্টেনে কলে “মাধৱৰ মূৰ এঠাইত ফাটিছে কিন্তু মোৰ তিনি ঠাইত ফাটিছে ককাইদেও। তথাপি মাধৱ মোতকৈ বেছি

কাহিল হৈছে। মহো যে কাহিল হোৱা নাছিলো এনে নহয়—বিষ আৰু প্ৰবল জ্বৰে মোকো অস্থিৰ কৰি পগলা কৰি তুলিছিল। তাৰ ফলত আজি এটা বেয়া কামো কৰি পেলাইছিলো। আপুনি তিৰস্কাৰ কৰিব বুলিহে কৰলৈ সাহ পোৱা নাই, গোসাঁই।”

হাঁহিমাৰি মৰমৰ মাতেৰে দলপতিয়ে কলে “ভীমেও মোক ভয় কৰা কথা শুনিলে মনত গৰ্ব্ব হয় ভাইচাহাব। তিৰস্কাৰ নকৰো বাৰু, কোৱা?”

কেপ্টেনে কলে “জ্বৰৰ তাপত গা পুৰি যোৱা অৱস্থা। মূৰৰ বিষত তৎ নাই। তদুপৰি মালতীৰ উদ্ধাৰৰ চিন্তা। অথচ এৰি আহিব নোৱাৰো। সিহঁতৰ দলৰ কেইটামান গুণ্ডা, বাগিচাবোৰত ঘূৰি ফুৰে। কেতিয়া ওলায়হি তাৰ ঠিকনা নাই। মাধৱৰ ওপৰত ভৰসা কৰি এৰি অহা টান। শেষলৈ মিনিটকে এযুগ যেন লগা হ'ল। আজি দুপৰীয়া সিহঁতৰ তিনিটা গুণ্ডা উভতি গৈছিল। সিহঁতকো বন্দী কৰি থৈ বহি আছো কিন্তু মালতীৰ খবৰ নাই। মগজু বেয়া হৈ পৰিল ককাইদেও, অৱশেষত স্থিৰ কৰিলো যে নদীচাহাবক আঁতৰাই দিলে হুকুম দিওঁতা কোনো নাথাকিব। মাধৱক নিকোলাৰে সৈতে থৈ মই মালতীক বিচাৰি আহিম। তাকে স্থিৰ কৰি গাহৰি মাৰ্কাক উলিয়াই আনি তাৰ মটৰত তুলি দি পাহাৰৰ পৰা নামি অহা আলিত মটৰ এৰি দিলো।”

“উস্ ৰাম, বৰ নিষ্ঠুৰ কাম ভাইচাহাব।” দলপতিয়ে কলে।

কেপ্টেনে কলে “নিষ্ঠুৰতাই তাৰ উপযুক্ত পুৰস্কাৰ গোসাঁই, আৰু সিয়েই মালতীক হৰণ কৰি মোৰ মূৰ ভাঙি সেই কাম কৰিবলৈ বাধ্য কৰাইছিল। অৱশ্যে আহিবৰ সময়ত দেখি আহিছো যে সি মৰা নাই। টকীয়ে নিশ্চয় মটৰ এক্সিডেণ্ট হোৱা প্ৰমাণ পাব। তাৰ পিছত আহিবলৈ সাজু হৈ মটৰত উঠি বহিছোঁহে, সেই সময়তে

একেলগে দুখন মটৰ পালেগৈ। প্ৰথম খনত ড্ৰাইভাৰে সৈতে বৰ চাহাব আৰু দ্বিতীয়খনত মালতীৰে সৈতে আমাৰ ডাঃ নকুল ৰায়!”

দলপতি আৰু বাকী দুজনে অতি আচৰিত হৈ কলে “ডাঃ ৰায়?”

“হয় ককাইদেও, ডাঃ ৰায়। তেওঁ মোৰ ৰঙাপৰা মুখখন দেখিয়েই ব্যস্ত ভাবে ওচৰলৈ গৈ গাত হাত দি চাই ইমান জ্বৰে সৈতে আহিব ওলোৱা দেখি প্ৰথমে গালি পাৰিলে। তাৰ পিছত ইনজেকশ্যন এটা দি বেণ্ডেজ কৰি দিয়াৰ লগে লগে বিষ কমিবলৈ ধৰিলে। এতিয়া উখহি আছে যদিও বিষ সমূলি নাই। তেওঁক তাৰে চাৰ্জতে ৰাখি মই পোনেই ইয়ালৈ লৰ মাৰিছো··”

দলপতিয়ে সুধিলে “পিছে ডাক্তৰে মালতীক ক'ত কেনেকৈ পালে?”

কেপ্টেনে কলে “কওঁ শুনক, ডাক্তৰৰ মটৰ চলিছেহে চলিছে। কেতিয়া ডিব্ৰুগড় পায়হি সেয়ে লক্ষ্য। ডিব্ৰুগড় পাবলৈ আৰু প্ৰায় বাৰ মাইলহে বাকী। এনেতে দূৰৰ পৰা তেওঁ দেখিলে যে এখন মটৰ আলিৰ দাঁতিত ৰ'ল। তাৰ ড্ৰাইভাৰে নামি তেওঁৰ মটৰৰ সমুখৰ আয়নাত ডাক্তৰ বুলি লেখা শব্দটো দেখি হাত দাঙি বিপদ সঙ্কেত দিলত ৰায়ে ইখন মটৰৰ ভিতৰলৈ চাই প্ৰায় জাপ মাৰি উঠিবৰ উপক্ৰম। মটৰৰ পাছৰ ছীটত মালতীৰ সৈতে আন এজন বহি আছে। উভয়ে চকু মেলি থাকিলেও জড়ভৰত। মালতীয়ে অৱশ্যে লগৰ জনক শক্তিশেল মাৰি নিজে ভাও কৰিছিল। ডাক্তৰক দেখি চকুৰে টিপ দিলে। ড্ৰাইভাৰে কলে যে চাহাব মেম চাহাবৰ সৈতে বাগিচালৈ যোৱাৰ কথা। এই ঠাই পাইহে কোন বাগিচালৈ যাব লাগে তাক জনাব খুজিছিল। সেইমতে সি পাৰাবৎ টি ইষ্টেটলৈ যোৱা ৰাস্তা পাই সুধিলত কোনো উত্তৰকে নিদিয়া দেখি মটৰ ৰখাই দেখে যে দুয়োজনেই অচেতন হৈ অলৰ-অচৰ হৈ আছে।

কি হল সি একোকে নুবুজে। গতিকে ডাক্তৰৰ গাড়ী দেখি সি সহায় বিচাৰিছে।"

"ধৰ্ম্মৰ ঢোল বতাহতো বাজে।" বুলি দলপতিয়ে কলে "তাৰ পিছত কোৱা ভাইচাহাব?"

"তাৰ পিছত কিবা দৰব সুঙিবলৈ দিয়াত মালতীৰ জ্ঞান আহিল কিন্তু বৰচাহাবৰ নাহে। তেতিয়া ডাক্তৰে মালতীক নিজৰ মটৰলৈ নি ড্ৰাইভাৰক বাগিচালৈ বুলি মটৰ চলাব দিলে। আৰু বাগিচা পোৱাৰ পিছত দুজন বন্দী বেছি হল ককাইদেও।"

বাকী তিনিজনৰ মন প্ৰফুল্ল হল। হঠাতে পাৰ্থ সিঙে মাত লগালে "বৰ চাহাবৰ নাম আশ্‌মান সিং নহয়নে কেপ্টেন ককাইদেও?"

হেমিণ্টনে কলে "তেনেহলে ড্ৰাইভাৰৰ নাম ইস্মাইল।"

"ঠিক কথা, কিন্তু তোমালোকে কেনেকৈ জানিলা বাৰু?"

দলপতিয়ে আনন্দৰ হাঁহিমাৰি কলে "এওঁলোক দুজনে কৰিব নোৱাৰা কাম একোৱেই নাই যেন পাওঁ, ভাইচাহাব। হেমিণ্টন ভায়ে দলৰ আটাইবোৰ গুণ্ডাৰ নাম সংগ্ৰহ কৰিছে। কেৱল বৰ চাহাবৰ আচল নাম পোৱা নাছিল। তদুপৰি দলৰ প্ৰধান সেনাপতি স্বৰূপ দুৰ্ব্বৃত্ত গুণ্ডা কানাই কৰ্ম্মকাৰক আজি তিনদিন ধৰি তেওঁৰ মটৰৰ ভিতৰতে সুমাই লৈ চাৰিওফালে ঘূৰি ফুৰিছে।"

কেপ্টেনে ধন্যবাদ দি হেমিণ্টনক হেণ্ডশ্বেক কৰিলে। দলপতিয়ে আকৌ কলে "আৰু এওঁ পাৰ্থ ভাইটিয়ে এজন সৰবজানৰ নিচিনা নোটিচৰ কথাটো আবিষ্কাৰ কৰাত মই অবাক হৈ পৰিছোঁ। আশ্‌মান সিঙৰ টাইপৰাইটাৰতে সকলো নোটিচ আৰু মালতীৰ মুক্তিপণ টাইপ কৰিছিল। সিয়েই তাৰ কোম্পানীৰ তহবিল চুৰ কৰিলে-হেঁতেন। সেই উদ্দেশ্যৰে আগদিনা বেঙ্কত জমা নিদি বহুত টকা

কোম্পানীৰ ট্ৰেংক্ৰমত ৰাখিছিল। আৰু ইপিনেও ধৰা পৰিবৰ ভয়ত তাৰ অসহ্যায়ে ঘটা আটাইবোৰ ধন নিজৰ ভঁৰালতে সাঁচি থৈছিল।"

হাঁহিমাৰি কেপ্টেনে কলে "আপোনাৰ কাৰণে সাঁচি ৰাখিছিল গোসাঁই।"

"নহয় ভাইচাহাব," দলপতিয়ে পাৰ্থ সিঙৰ মুখলৈ চাই কলে "এওঁৰ কাৰণেহে ৰাখিছিল। এওঁহে দুয়োজনকে দেউলীয়া কৰি কোম্পানীৰ-কণ দক্ষিণা হিচাবে আনিলে। আৰু বুদ্ধি কৰি কোম্পানীৰ বাকচত 'পা-ফু' লিখা কাকত এৰি থৈ নাহিল। সেইদেখি ডাওৰাক আঙুলিয়াই দিবলৈ মই সুবিধা পালো। তেওঁলোকে স্থিৰ নিশ্চিত হৈছে যে আশ্‌মান সিঙেই তহবিল লুট কৰি ভাও জুৰি আছিল। তাৰ পিছত আশ্‌মান সিঙৰ আলমাৰীত বিলাস বৰাই চুৰ কৰা বুলি এজাহাৰ দিয়া আটাইবোৰ বস্তু পোৱাত মোৰ আৰু দৰকাৰ নাই দেখি মূৰ সোলোকা দি গুচি আহিলো।"

কেপ্টেনে সুধিলে "দুজনক যে দেউলীয়া কৰা বুলি কলে সিজন কোন?"

"তেবেঁই ৰায় চাহাব গুণধৰ বৈশ্য! ডাঙৰ পুতেক বিলাস বৈশ্যক ওৰফে আমাৰ বিলাস বৰাক ত্যাজ্যপুত্ৰ কৰিছে। তেওঁৰ গুণধৰ দ্বিতীয় পুত্ৰ দুৰ্বৃত্ত-গুণ্ডা আশ্‌মান সিঙৰ সহকাৰী গাহৰি মাৰ্কা নদী চাহাব অথবা এন. বৈশ্য। পাৰ্থ সিঙে ৰায় চাহাবক কালিয়েই নিঃসম্বল কৰিছে। এতিয়ালৈ সি জ্ঞান ফিৰাই পোৱা নাই। যি নহওক, পিছে ভাইচাহাব, মিঃ টকীৰ লগত দেখা কৰাৰ প্লেনৰ যে কিবা সাল সলনি কৰিবা বুলি কলা তাকেহে সোনকালে কৰা। আমি বাগিচালৈ তৎক্ষণাত ৰাওনা হব লাগে।"

কেপ্টেনে হাতযোৰ কৰি কলে "আপোনালোক তালৈ যোৱাৰ

কোনো আৱশ্যক নাই, গোসাঁই। মিঃ টকীক দলে বলে মই লৈ যাম। হেমিণ্টনৰ গাড়ীত থকা জন্তুটো তেওঁৰ গাড়ীতে মযেই নি দিয়াৰ ব্যৱস্থা কৰিম। আমাৰ উগ্ৰ ভায়ে তাত উৎকণ্ঠিত হৈ আছে। অকলে কেউপিনে চম্ভালিবও নোৱাৰিব।" বুলি কৈ টেলিফোনৰ ওচৰলৈ গৈ ৰিচিভাৰ লৈ মিঃ টকীৰ লগত সংযোগ কৰি ললে।

আন মূৰৰ পৰা মিঃ টকীৰ মাত শুনি কেপ্টেনে বৰ খৰধৰকৈ কবলৈ ধৰিলে "কোন ? টকী, শুনা ভাই, সময় মূল্যবান। গুৱাহাটীৰ ডাঃ নকুল ৰায়ে পাৰাবৎ টি ইষ্টেটত মালতীৰ চিকিৎসা কৰিব লাগিছে। লগতে মালতীৰ অপহৰণকাৰী তোমাৰ পলাতক আচামী গুণ্ডা চৰ্দ্দাৰ আশমান সিং আৰু হেনো বহুত। ইয়াৰ পৰা কুৰি মাইল। বাৰ মাইল ট্ৰাঙ্কৰোডেৰে গৈ লেফট টাৰ্ণ। ডাঃ ৰায়ে তেওঁৰ ড্ৰাইভাৰক পঠিয়াইছে। মই ওলালো, তুমি তাতে মোক লগ পাবাগৈ।" বুলি টকীক কোনো কথা সুধিবলৈ সুবিধা নিদি ৰিচিভাৰ থৈ দিলে।

বাকী তিনিওজনে কেপ্টেনৰ কথা শুনি আছিল। দলপতিয়ে কলে "ধন্যবাদ ভাইচাহাব। এই বুধি আমাৰ মগজুত খেলোৱা নাছিল।"

"আপোনাৰে শিক্ষা ককাইদেও।" বুলি কেপ্টেনে মিঃ হেমিণ্টনৰ পৰা চাবি খুজি লৈ মটৰত উঠি বহিল গৈ। মটৰে চেকুৰ মাৰিলে।

---

—চৈধ্য—

সোণৰ আশ্ৰমত। ওঠৰ অক্টোবৰৰ ব্ৰাহ্মমুহূৰ্ত্তত। সমুখত অসমা নিৰুপমা জননীৰ সোণৰ প্ৰতিকৃতি মহাত্মা লাচিত বৰফুকন আৰু বীৰ চিলাৰায়ৰ-হাতত সুশোভিত হৈ আছে। পদতলত পূজাৰ ধূপ-ধূনা চন্দন আৰু ফুল তুলসীৰ গোন্ধে দশোদিশ আমোলমোল কৰি তুলিছে। তাৰে একাষে থকা মহাৰাজ নৰকাসুৰৰ সোণৰ মূৰ্ত্তিও সুগন্ধি ফুলৰ মালাৰে বিতোপন হৈ জকমকাই আছে। বেদীতলত বহি আৰাধনাৰ শেষত আটাইকেজন পূজাৰীয়ে কথা পাতি আছিল।

দলপতিয়ে কলে "তোমাৰ পাছফালেও দুটা চকু থকাৰ দৰে লাগে ভাইচাহাব কিন্তু থকা হলে নিশ্চয় সিহঁতৰ হাতত পৰি কষ্ট খাব নালাগিল হেঁতেন।"

কেপ্টেনে কলে "ক্ষমা কৰিব ককাইদেও, মোৰ প্ৰধান মূৰ্খামি হৈছিল নিজৰ শক্তিৰ গৰ্ব্বত শত্ৰুৰ শক্তিৰ মূল্যাঙ্কন কমকৈ কৰাটোহে। পিছে বাগিচাৰ আবিষ্কাৰটো মোৰ নহয় গোসাঁই, আমাৰ ন-ভকতৰ হে। তেওঁহে ধন্যবাদৰ পাত্ৰ। অৱশ্যে টকীৰ আগত মই আবিষ্কাৰ কৰা দেখুৱাইছিলো।"

মাধৱৰ মুখলৈ চাই দলপতিয়ে কলে "হয় নেকি ন-ভকত? ধন্যবাদ। তোমাৰ পেটে পেটে বুদ্ধিৰ পেঁচ। কেনেকৈ আফিং আবিষ্কাৰ কৰিলা বাৰু?"

মাধৱে কলে "হোটেলতে আভাস পাইছিলো, পিছে আপোনাক জনাবৰ সুবিধা নাপালো। ভাগ্যক্ৰমে বাগিচা পালোগৈ যেতিয়া বহুত বিচাৰি শিলৰ মাজত সিহঁতৰ আফিঙৰ ভঁৰালটো উলিয়ালো ককাইদেও। সিহঁতৰ সাতজন গুণ্ডাই চাৰিওফালৰ বাগিচাবোৰত আফিং বেচি ফুৰে।"

কেপ্টেনে কলে "মিঃ টকীয়ে আফিঙৰ ভঁৰাল দেখি ডাঃ বায়ে কোৱামতে আশ্‌মান সিঙে আফিং মানে মৰ্ফিয়া পিল খোৱা বুলি তৎক্ষণাত লিখি ললে। তদুপৰি কেইটামান পিল তাৰ জেপতো টকীয়ে পাইছিল।" বুলি কৈ ডাক্তৰৰ মুখলৈ চাই হাঁহিলে।

কথাটো বুজি পাই দলপতিয়ে কলে "ছিঃ ডাক্তৰ, তুমি অপকৰ্ম্ম কৰিবলৈ বেয়া নাপালা?"

ডাক্তৰে কলে "সি আফিঙৰ কাৰবাৰ কৰে বুলি জনাব আগেয়ে মই প্ৰমাণ হিচাবে কেইটামান পিল তাৰ জেপত থোৱাটো সমূলি অপকৰ্ম্ম নহয় ককাইদেও। মালতীয়ে শক্তিশেল দিয়া বুলিনো কেনেকৈ কওঁ? তদুপৰি সি কৰা কুকৰ্ম্মৰ তুলনাত মোৰ এইটো কোনো অপকৰ্ম্ম বুলিব নোৱাৰি গোসাঁই। তাৰ ভাগ্য ভাল যে মালতীক দেখা মাত্ৰেই তাৰ মই সোঁহাতখন নাকাটিলো।"

হাঁহিমাৰি দলপতিয়ে কলে "সেই বিদ্যাত তো তুমি ওস্তাদেই। লোকেহে দুখ পাব নিজেতো অনুভব নকৰা। গতিকে দয়া ওপজাৰ থল কত?"

উগ্ৰগতিয়ে মাত লগালে "কেপ্টেন ককাইদেও, সেই গাহৰি মাৰ্কাৰ কি হল তাকেহে সোনকালে মোক কওক।"

কেপ্টেনে উত্তৰ দিলে "তাক আলফুলকৈ মটৰত বহুৱাই পাহাৰৰ পৰা নামি যোৱা ৰাস্তাত মটৰ এৰি দিলো। সি ষ্টিয়াৰিং হুইলত ধৰাৰ শক্তি নহল। মটৰখন অলপ দূৰ গৈ একচিডেণ্ট হল। আলিৰ দাঁতিতে সি পৰি আছিল। তাৰ পৰাই পুলিচে তুলি নিছে আৰু মদ খাই পলাই যাব ধৰা বুলি টকীয়ে প্ৰমাণ পাইছে।"

দাঁত কট্‌মট্‌ কৰি মালতীয়ে কলে "তাৰ উপযুক্ত শাস্তি নহল। হাত ভৰি নাভাগিল। কেৱল মূৰতহে সামান্য জখম হৈছে।"

বায়ে কলে "তাৰ ফলত সি পগলা হৈছে আৰু বাপেক বায় চাহাবৰ

দৰে তাৰো ভাল হোৱাৰ আশা নাই বুলিয়েই মই কওঁ। কিন্তু ভনীটি, তুমি অকলশৰে এই অভিযান আৰম্ভ কৰি আমাক হাবাথুৰি খুৱাই মাৰিলা। ভৱিষ্যতলৈ যাতে এনে অবিবেচনাৰ কাম নকৰা।”

মালতীয়ে কলে “মোৰ গাত বৰ বেছি দোষ নাছিল, ডাক্তৰ ককাইদেও। আততায়ীক নিচিনো নাজানো কিন্তু সিহঁতে যে কিবা ফন্দি কৰি ঘূৰি ফুৰিছিল তাক মই ভালকৈ অনুমান কৰিব পাৰি আমাৰ পক্ষৰ পৰা অভিযান আৰম্ভ কৰিছিলো। এয়েই আমাৰ ব্ৰত নহয় জানো ককাইদেও যে দুষ্টক দমন আৰু শান্তক পালন ?”

দলপতিয়ে কলে “ব’বা আইটি, এই বিচাৰ পিছতো হব। সম্প্ৰতি বিলাস আৰু নীৰলাৰ খবৰ কোৱা ?”

মালতীয়ে কলে “বিলাসক টকা দি তাতে এৰি থৈ আহিবলৈ নানা ৰকমে চেষ্টা কৰিছিলো কিন্তু সি টকা লবলৈ কোনোমতে মান্তি নহল। বাপেকৰ টকা বুলিতো কব নোৱাৰো। কিয়নো বাপেকৰ টকা ‘পা-ফু’ইহে নিছে। আমি জনাৰ উপায় নাই। অগত্যা বিলাসক সপৰিয়ালে গুৱাহাটীলৈ লৈ আহিছোঁ। যান-বাহন-যোগনীয়াৰৰ কোৱাৰ্টাৰত আছে আৰু তাতে চাকৰিও পাইছে। দৰমহাৰ বিষয়ে গৰাকীসকলে স্থিৰ কৰিব।”

কেপ্টেনে কলে “বিলাস খাঁটিসোণ ককাইদেও। তাৰ বিষয় আমি ভাবিম। মোৰ ন-কৈ পোৱা ভাই নিকোলাকো তাৰ ঘৈণীয়েক কলীমেমৰে সৈতে লৈ আহিছো। মালতীৰ ঘৰতে বাহ লৈছে। ভৱিষ্যতে এওঁৰো সুবিধা হব। বিলাস আৰু নিকোলাই বিয়া নকৰোৱা হলে দলত ভৰ্ত্তি হোৱাৰ উপযুক্ত আছিল। নোৱাৰে যেতিয়া নিকোলাকো আমাৰ কোম্পানীৰ চাকৰি এটা দিম বুলি ভাবিছো। আপুনি কেনে দেখে গোসাঁই।

মাধৱে মাত লগালে ‘গোসাঁইক সুধিবই নালাগে। সি অতি

বিশ্বাসী আৰু সৎ মানুহ। তাৰ পৰা সকলো কাম পাৰ কেপ্টেন ককাইদেও। বঢ়িয়া ৰন্ধাবঢ়া জানে। মাজে মাজে আমি সৌ তেওঁৰ ঘৰত পেট পূৰাই ভোজ খাবগৈ পাবিম।"

মালতীয়ে ভেকাহি মাৰি উঠিল "ইস্ খকুৰাহঁতৰ কেৱল জিভাৰ পানীহে পৰে। লঙ্কাৰ পৰা আহি উপযাচি লোকৰ ঘৰত অতিথি হব খোজে। তেওঁলৈ ভোজ বান্ধি যেনিবা কোনোবাই বাটচাই ৰৈছে আছে! পৰৰ পাই জ্বৰৰ গাৱে মাৰিব।"

মাধৱে কলে "অতিথি হবলৈ কোনেও লঙ্কাৰ পৰা আহিব নালাগে আৰু নিজৰ ঘৰতো কোনো অতিথি নহয় লোকৰ ঘৰতহে মানুহে আলহী হয়। আনপিনে শাস্ত্ৰই কৈছে অতিথিক বিমুখ কৰি নিজৰ ঢোল পেট পূৰালে কুম্ভীপাক নৰকত পৰি পাক ঘূৰণি খাই নিকাৰ ভুঞ্জিব লাগে।"

মালতীয়ে চিঞৰ মাৰিলে "শুনক ককাইদেও, বিনা দোষত মোক কিয় অভিশাপ দিলে। আপুনি বিচাৰ কৰক।"

কৃত্ৰিম গাম্ভিৰ্য্যৰে দলপতিয়ে কলে "লাগিল এই হালৰ চুলিয়াচুলি খন। বোলো তোমালোক কোনোবা জনমত কুকুৰ-মেকুৰী আছিলা নেকি ?"

ততালিকে মালতীয়ে উত্তৰ দিলে "কিয় ককাইদেও, মনত নপৰে নেকি ? যোৱা জনমত যে মই আছিলো আপোনাৰ পাতৰ ভঁজামাছ খোৱা কাবুলী বুন্দী-মেৰা আৰু সৌৱা তেওঁ আছিল ফাপৰে খোৱা ঢেকুৰা—গেজাং..."

বাকী সকলোৱে গিৰ্জ্জনি মাৰি হাঁহি উঠিল। হাঁহি থামিলত দলপতিয়ে কলে "ভাইচাহাব আৰু ন-ভকত, তোমালোক দুজনে কালিলৈ ডিব্ৰুগড়লৈ গৈ তাত আমাৰ এই অভিযানৰ নামেৰে অজ্ঞান সেৱা সদন এখন প্ৰতিষ্ঠা কৰি সকলো বন্দবস্ত কৰি আহিবা। এতিয়া সকলোৱে নিজ নিজ কামলৈ যাওঁগৈ ব'লা।"

মালতীয়ে হাতযোৰ কৰি কলে “যোৱাৰ আগেয়ে মোৰ এটা প্ৰাৰ্থনা আছে গোসাঁই। আপোনালোকে সকলোটি ককাইদেৱে দয়াকৰি আজি নিশাৰ সাজ মোৰ ঘৰত ভোজন কৰিব লাগে।”

দলপতিয়ে হাঁহি কলে “তোমাৰ মুখত ফুল-চন্দন পৰক। নিমন্ত্ৰণ খাবলৈনো দয়া কৰিব লাগেনে? নিতৌ মাতিলেও আপত্তি নাই ভনীটি। ভাইসকলৰ কাৰোবাৰ কিবা ওজৰ-আপত্তি আছে নেকি?”

মাধৱে কলে “মই কাৰো ঘৰত খাবলৈ নাযাওঁ ককাইদেও। মোৰ বাদে আপোনালোক গলেই হব।”

মাধৱলৈ হাতযোৰ কৰি মালতীয়ে কলে “আপোনাৰ ভৰিত ধৰি কাকূতি কৰিছো মাধৱ ককাইদেও, আপুনি নগলে ময়ো নিৰাহাৰে থাকিম জানিব। মোৰ নিমিত্তে এই অভিযানত সকলোটিয়ে বৰ কষ্ট পাইছে। বিশেষকৈ কেপ্টেন ককাইদেও আৰু আপোনাৰ অৱস্থা দেখি মনত বৰ কষ্ট পাইছো। সকলোটি ককাইদেওৰ চেনেহৰ ঋণ মই শুজিব নোৱাৰো। কিন্তু এসাজ খুৱাই আশীৰ্ব্বাদ পালে প্ৰাণত তৃপ্তি পাম।”

মাধৱলৈ চাই দলপতিয়ে সুধিলে “কি কোৱা ন-ভকত?”

মাধৱে উত্তৰ দিলে “ভক্তৰ কামনা পূৰ্ণ কৰাটো পুণ্যকাম বুলি শাস্ত্ৰই কয় ককাইদেও।” *



—অন্ত—

* ইয়াৰ পিছত ৰহস্য চিৰিজ—৭ ‘অভিসন্ধি’ ছপা হব ধৰিছে।

# আমাৰ প্ৰকাশিত পুথি সমূহ

জনপ্ৰিয় প্ৰতিভাবান কথাশিল্পী—

**প্ৰেমনাৰায়ণ দেৱৰ**

পৈণত লেখনী নিসৃত বাছকবনীয়া গ্ৰন্থৰাজি—

১। সমস্যাবহুল বাস্তৱ জগৎখন সূক্ষ্ম নিৰীক্ষণ কৰি তাৰেই কাহিনী আহৰণ কৰি চিত্ৰিত কৰা বিভিন্ন হৃদয়গ্ৰাহী ৰসৰ সমাবেশ, সামাজিক উপন্যাস :—**নিয়তিৰ নিৰ্ম্মালি** ( দ্বিতীয় প্ৰকাশ ) ৩৷৷০, **প্ৰণয়ৰ স্মৃতি** ৩৷৷০, **প্ৰাণৰ পৰশ** ৪৷০, **মুক্তিৰ পথেদি** ১৷০।

২। ল'ৰা-বুঢ়া নিৰ্ব্বিশেষে ৰহস্যৰ চাকনৈয়াত বুৰি ৰসাপ্লুত হোৱা ৰহস্যৰ মৌ-চাক—**'পা-ফু' চিৰিজৰ—দিনডকাইত, ঝমটাঙোন, নাৰীদস্যু, প্ৰহেলিকা, বিভীষিকা, সোণৰ পাহাৰ, দৰ্প-চূৰ্ণ,** বিপ্লৱী **বাহিনী, শক্তিশেল, মাধমাৰ, ৰূপান্তৰ, অদৃশ্য সন্ধান**—মূল্য খনে দুটকাকৈ আৰু **চিপজৰী** ২৷৷০ টকা, **সমসৰী**—২৲ টকা, **অজান আততায়ী**—২৲ টকা।

ৰহস্য চিৰিজৰ—**অগ্নিবাণ** ১৷০, **নৰবলি** ১৷০, **হত্যাৰহস্য** ১৶০, **জেৰীয়াগাঁঠী** ১৷৷০, **যমকাল** ২৲, **মেৰপেচ**—২৷৷০, **অভিসন্ধি**—

৩। ৰসিকতাৰ ৰহঘৰ!, হাঁহিৰ খুন্‌পাক, ধেমেলীয়া গল্পৰ শৰাই—**অসমাপ্ত**—১৲, **আশীৰ্ব্বাদ**—১৲, **হে হৰি সাৰশূন্য**—১৲, **আদি ৰসৰ উৎপত্তি**—১৲, **পফেল ফেলতুং-ফেলুং**—৶০, **ৰসমাধুৰী**—৩৲ টকা।

৪। ব্যঙ্গচিত্ৰৰ অভিনয়ৰ উপযোগী ধেমেলীয়া নাটক—

**কণ্ঠৰোল**—৷৶০, **সৎকাৰ**—১৷০

৫। শিশু সকলৰ মনমোহা সচিত্ৰ শিশু উপন্যাস—**পোহৰৰ বাটত** ১৲।

৬। **ৰোশনী কী ৰাহমে**—১৲ ( পোহৰৰ বাটত'ৰ ৰাষ্ট্ৰভাষা হিন্দীলৈ অনুদিত )।

**শ্ৰীসুৰেন্দ্ৰ দাস**, বি, এচ-চি দেৱৰ

১। **মৎস্য পালন আৰু সংৰক্ষণ**—১৷৷০।

**মণি-মাণিক প্ৰকাশ**

প্ৰকাশক

**উজানবজাৰ, গুৱাহাটী**

# অভিমত

প্ৰেমনাৰায়ণৰ লেখাৰ বিষয়ে গুৱাহাটী বিশ্ববিদ্যালয় উপাচাৰ্য্য, পদ্মশ্ৰী ডাঃ সূৰ্য্যকুমাৰ ভূঞা M. A. B. L., Ph. D., D. Lit. দেৱে লিখেছে ঃ—

"……আপোনাৰ লিখাত অভিনৱ মৌলিকতা আৰু ৰসৰ বানপানী আছে। ঈশ্বৰে আপোনাৰ মঙ্গল কৰক।" ইতি

আপোনাৰ ম

শ্ৰীসূৰ্য্য কুমাৰ ভূ